# আঁকৰা

মূল ঃ ফিওদৰ দস্তয়েভস্কি
অনু ঃ যতীন গোস্বামী

AKARA—An Assamese translation of Fyodor Dostoyevsky's famous story 'The Dream of a Ridiculous Man' translated by Shri Jatin Goswami, Kanwachal Road, Gauhati—781003, published by Joya Prakahan, Joya Press Bhavan, Kanwachal Road, Gauhati—781003 and printed at the Joya Press, Gauhati—3 1st edition—1977. Price Rs. 3·00 only

। অঁকৰা ॥

মূল ৰচনা—ফিওদৰ দস্তয়েভস্কি

অনুবাদ—শ্ৰীযতীন গোস্বামী

কন্বাচল ৰোড,

গুৱাহাটী—৭৮১০০৩

●

প্ৰকাশক আৰু ছপাওঁতা—জয়া প্ৰকাশন

জয়া প্ৰেছ,

গুৱাহাটী—৭৮১০০৩

●

১ম প্ৰকাশ ঃ ১৯৭৭ চন

●

অঙ্গ সজ্জা ঃ শ্ৰীলুইত গোস্বামী

কংবাচল ৰোড,

গুৱাহাটী—৭৮১০০৩

বেচ থনে ৩.০০ টকা মাথোন





*"I know that people can be beautiful and happy without losing their ability to dwell on this earth. I cannot and will not believe that evil is man's natural state."*

## ।। ফ ম. দস্তয়েভ্স্কি ।।

১৮২১ চনৰ ১১ নৱেম্বৰ তাৰিখে মস্কো'ৰ এটা দুখীয়া পৰিয়ালত ফ্রিওডৰ মিখাইলভিচ দস্তয়েভস্কিয়ে জন্ম গ্রহণ কৰে। পিতাক আছিল এখন পৌৰ দাতব্য চিকিৎসালয়ৰ চিকিৎসক। স্বেচ্ছাচাৰী পিতাকৰ অত্যাচাৰ সহিব নোৱাৰি তেওঁৰে ভূমিদাসে ১৮৩৯ চনত তেওঁক হত্যা কৰে। তেতিয়া দস্তয়েভস্কি সৰু লৰা। চেণ্ট পিটাৰ্চবাগ'ৰ সামৰিক ইঞ্জিনিয়াৰিং স্কুলৰ পৰা দস্তয়েভ্স্কি ১৮৪৩ চনত ইঞ্জিনিয়াৰিঙৰ স্নাতক হৈ এটা চৰকাৰী চাকৰীত ভৰ্তি হয়। কিন্তু চাকৰীত তেখেত বেছিদিন নাথাকিল; তেখেতে পদত্যাগ কৰিলে আৰু সাহিত্য ক্ষেত্রত একাণপতীয়াকৈ লাগি পৰিল! উল্লেখযোগ্য যে সৰুকালৰে পৰা দস্তয়েভস্কিৰ সাহিত্যৰ প্রতি আছিল একাণপতীয়া আগ্রহ।

১৮৪৯ চনত বিপ্লৱী পেট্ৰাশ্বেভস্কি চক্ৰৰ সদস্য হিচাপে তেখেত গ্ৰেপ্তাৰ কৰা হয় আক মৃত্যুৰ আদেশ দিয়া হয়। অৱশেষত তেখেতক ফাঁচী দিয়া নহল। ১৮৫৭ চনত মাৰয়া দমিত্ৰিয়েভনা ইচায়েভাৰ লগত তেখেতৰ বিয়া হ'ল ; কিন্তু তেখেতৰ গৃহিনীয়েও ১৮৬৪ চনত মৃত্যুবৰণ কৰিলে। তাৰ পিছত তেখেতে এপোলিনেৰিয়া চুচলোভাৰ প্ৰেমত পৰে (তেখেতে 'দি গেম্বলাৰ' উপন্যাসিকাত এই কথা উল্লেখ কৰি গৈছে।) ১৮৬৭ চনত তেখেতে তেখেতৰ পৰিচাৰিকা (চেক্ৰেটাৰী) আন্না গ্ৰীগোৰিয়েভ্‌নাক বিয়া কৰায়।

মানুহৰ জীৱন-যন্ত্ৰণাত অভিভূত এক মহান আত্মাৰ বিয়োগাত্মক কাহিনীয়েই হৈছে দস্তয়েভস্কিৰ জীৱনৰ কাহিনী। নিপীড়িত মানুহকেই দস্তয়েভস্কিয়ে তেখেতৰ গল্প উপন্যাসৰ প্ৰধান চৰিত্ৰ কৰি লৈছে আৰু তেখেতৰ কাহিনীৰ পটভূমিও সুনিৰ্বাচিত। তেখেতৰ প্ৰথম উপন্যাস 'পোৰ পিপ্‌ল' প্ৰকাশ হয় ১৮৪৬ চনত।

দস্তয়েভ্‌স্কিৰ চুটি গল্প 'দি ড্ৰীম অব এ ৰিডিকিউলাচ ম্যান' এ স্পষ্টৰূপে লিখকজনাৰ জীৱন দৰ্শন আমাৰ আগত দাঙি ধৰে। তেখেতৰ সমগ্ৰ ৰচনাৱলীৰ মাজত সামাজিক অধোগতি আৰু অন্যায়, ব্যক্তি জীৱনৰ বিভিন্ন সমস্যা ইত্যাদিবোৰক সুন্দৰভাৱে উপস্থাপন কৰি মানুহৰ নিৰ্দিষ্ট সীমাবদ্ধতাৰ মাজত ৰাখিবলৈ চেষ্টা কৰা দেখা যায়। গোটেই জীৱনটো সাহিত্যৰ কাৰণে উচৰ্গা কৰি এইজনা পুৰুষে ১৮৮১ চনত মৃত্যুবৰণ কৰে।

## ॥ অনুবাদকৰ এষাৰ ॥

ফিওদৰ দস্তয়েভস্কিৰ 'দি ড্ৰীম অব এ ৰিডিকিউলাচ ম্যান'এটা দীঘলীয়া গল্প। দস্তয়েভস্কিৰ শ্ৰেষ্ঠ গল্পসমূহৰ মাজৰ এই গল্পটি অনুবাদৰ কাৰণে নিৰ্বাচন কৰা হ'ল এই কাৰণে যে গল্পটিয়ে অতি কম পৰিসৰতে লিখকৰ দৰ্শন স্পষ্টৰূপে দাঙি ধৰিছে। গল্পটিৰ মনোমোহা উপস্থাপন পদ্ধতি, সঙ্গতিপূৰ্ণ অগ্ৰগতি, আৰু কথনৰীতিত স্বাভাৱিকতা এইবোৰে যে সকলো শ্ৰেণীৰ পাঠকৰে আকৰ্ষণৰ বস্তু—এই কথাৰ উল্লেখ নিষ্প্ৰয়োজন।

গল্পটিৰ অসমীয়া নামকৰণ কৰোঁতে অনুবাদক একৰকম বিপদতেই পৰিছিল। কাহিনীৰ লগত সঙ্গতি ৰক্ষা কৰিব পৰা প্ৰতিশব্দ বিচাৰি দুই চাৰি বন্ধু-বান্ধৱৰ লগতো আলোচনা কৰা হ'ল। বহুত ভাবিগুণি গল্পৰ মূল চৰিত্ৰৰ ভাব আৰু কথাৰ দিশটো বিবেচনা কৰি কিতাপখনৰ নামটো 'আঁকৰা' ৰখা হ'ল 'আঁকৰাৰ সপোন' নামটোও অৱশ্যে বেয়া নহ'লহেঁতেন।

অনুবাদ কৰোঁতে যিমানখিনি মুকলি অনুবাদ কৰিব পাৰি তাৰেই লক্ষ্য ৰখা হৈছে। এইক্ষেত্ৰত মূলৰ ভাবৰ যাতে অলপো হেৰফেৰ নহয় তালৈও চকু ৰখা হৈছে। অনুবাদ কৰোঁতে অনুবাদক কিমান দূৰ কৃতকাৰ্য্য হৈছে সেই কথা পাঠক সমাজেহে বিচাৰ কৰিব।

সৰ্বশেষত এই অনূদিত পুথিখনৰ পৰা যদি কাৰোবাৰ কিবা উপকাৰ হয় তেনেহলে এইজন অনুবাদকৰ শ্ৰম সাৰ্থক হ'ব। ইতি—

—যতীন গোস্বামী

কৃষ্ণাচল ৰোড
গুৱাহাটী—৭৮১০০৩



# অঁকৰা

॥ এক ॥

মই অকৰা মানুহ । মানুহে কয় মই হেনো পগলা । হেবাং নোহোৱা হলে মানুহে মোক পগলা বুলি কব নোৱাৰিলেহেঁতেন । ঠিক-আছে; যিয়ে যি কয় কৈ থাকক— মোৰ কি হল ? মই সেইবোৰ কথালৈ গেন্দেহ কৰিম কিয়, মই ভাবি মৰিম কিয় ? পৃথিৱীৰ মই সকলোকে ভাল পাওঁ; তাৰ বিনিময়ত মানুহবোৰে মোক হাঁহে—হাঁহক । চাওঁ-

চোন হাঁহি ময়ো বাপেকে সিহঁতৰ লগতে। মইতো আৰু নিজৰ কাৰণে হাঁহিব খোজা নাই! হাঁহিব খুজিছোঁ সেই মানুহবোৰৰ কাৰণেই। কাৰণ মানুহবোৰৰ এদিন এনে এটা অৱস্থা হবগৈ যিটো অৱস্থা চাবলৈ মই আৰু এই সংসাৰত নাথাকিম। তেতিয়াৰ সেইটো অৱস্থাবেই সিহঁতে সুখী অৱস্থা বুলি মানি লব। কিন্তু মোৰ বেয়া লাগে এই কাৰণেই যে যিটো কথাক মই সত্য বুলি জানো, যিটো কথাক মই সঠিক বুলি বিশ্বাস কৰোঁ সেই কথা সিহঁতে বুজিও নাপায়—বুজিবলৈ চেষ্টাও নকৰে। অইন মানুহে বুজি পাব লগা কথা এটা যেতিয়া একমাত্ৰ এজন মানুহেহে বুজি উঠে তেতিয়া সেইবোৰ মানুহৰ মাজত চলাফুৰা কৰা কথাটো যে কিমান টান এই কথা জান-ন্তাইহে জানে। অথচ সিহঁতে এই কথাবোৰ একেবাৰে বুজি নাপায় নাইবা বুজিবৰ যত্নও নকৰে।

অঁকৰা বুলি ভাবিলেই মোৰ বৰ দুখ লাগি যায়। মইযে জন্মৰে পৰা হেবাং আছিলোঁ এই কথা মই মোৰ সাত বছৰ মান বয়স হওঁতেই উপলব্ধি কৰিছোঁ। স্কুলতো পঢ়িলোঁ, বিশ্ববিদ্যালয়তো পঢ়িলো, পিছে ইমানখিনি পঢ়ি হলোঁ কি? ইমানসোপা পঢ়ি পঢ়ি মানুহ কি হয়? এটা কথা মই উপলব্ধি কৰিছোঁ যে পঢ়া-শুনাত মই যিমানে আগবাঢ়িছোঁ, সিমানে মই বেছিকৈ মূৰ্খহে হৈ যাব লাগিছোঁ। মই যেন হৈ গৈ আছো নিতে নিতে হীনবুদ্ধি। মোৰ ধাৰণা যে অতি স্পষ্ট, অতি শুদ্ধ— এই কথাৰ 'উপ-লব্ধি মই নিজে কৰি যাব পাৰিছোঁ। সেইদৰে যিমানেই



মই বিজ্ঞানৰ অৱদানসমূহৰ প্ৰকৃত পৰীক্ষাৰ আৰু ব্যাখ্যা বিচাৰিছোঁ, যিমানেই মই নিজে সেইবোৰৰ ওপৰত তন্ন-তন্নকৈ পৰীক্ষা কৰি গৈ আছো সিমানেই যেন মই বেছি নুবুজা হৈ যাব লাগিছোঁ। জীৱনটোত এতিয়ালৈকে বহুত পৰীক্ষা-নিৰীক্ষা কৰিলোঁ; সেই হিচাপে নিজৰ অভিজ্ঞতাও বাঢ়ি গৈছে; অথচ যিমানেই জানিবৰ চেষ্টা কৰিছোঁ সিমানেই যেন মই নজনা হৈ যাব লাগিছোঁ।

মই অঁকৰা হৈ গৈ আছো মুহূৰ্তে মুহূৰ্তে, বছৰি বছৰি—প্ৰতিটো ক্ষেত্ৰতে মই হৈ গৈ আছোঁ মানুহৰ হাঁহি-য়তৰ পাত্ৰ। সময় নাই অসময় নাই সমাজৰ প্ৰতিজনেই প্ৰতিটো মুহূৰ্ততে মোক বিদ্ৰুপ কৰি গৈ আছে, মোক আওহেলা কৰি গৈ আছে। তেওঁলোকে সদায় মোৰ দোষটোহে দেখা পায়, এই পৃথিৱীত মোক আটাইতকৈ দোষী মানুহ বুলিলে মইযে কিমান দুখ পাওঁ এই কথা তেওঁলোকে নাজানে, পৃথিৱীৰ এই মানুহবোৰৰ বিষয় মই যিমানখিনি জনা হৈছো সেই কথা মোত বাহিৰে আৰু কোনোবাজনে জানেনে—কিবা গম ধৰিব পাৰেনে?

নিজে কি জ্ঞান লাভ কৰিলোঁ সেই কথা মই কাকো জানিবলৈ দিয়া নাই। মই আছিলোঁ নিজকে নিজে গৰ্ব অনুভৱ কৰি। বছৰি বছৰি বাঢ়ি গৈছিল মোৰ এই অহঙ্কাৰ। নিজেই নিৰ্বোধ হৈ গৈছো বুলি কবলৈ মই যদি কাৰোবাক সুবিধা দিলোঁহেতেন নাইবা কেতিয়াবা এনেকুৱা প্ৰশ্নৰ অৱতাৰণা কৰিবও দিলোঁহেতেন তেতিয়া হলে এই কথা ঠিক যে একেটা নিশাৰ ভিতৰতে মোৰ নিজৰ মূৰৰ মগজু

সোপা নিজে নিজে খাই পেলাৰ্লোঁহঁতেন।

কিশোৰ কালতে মোৰ এটা ভয় সোমাইছিল এইবুলি যে সঙ্গীবোৰে মোক দুৰ্বল কৰি তুলিব । মই চলাফিৰাত সাৱধান হৈ গলো, ডাঙৰ হৈ অহাৰ লগে লগে মোৰ এই দুৰ্বলতাৰ কথা মই বেছিকৈ হৃদয়ঙ্গম কৰিব পৰা হলোঁ। কিছুমান ক্ষেত্ৰত ভালদৰে উপলব্ধিও কৰিব পৰা হলো । মই আকৌ কওঁ যে কিছুমান কথাৰ ব্যাখ্যা মই খৰচি মাৰি দিব পৰা নাই। মোৰ অন্তৰত এক বেদনাদায়ক প্ৰশ্নই ঠাই পাইছিল। এনে প্ৰশ্নই ঠাই পোৱাৰ কাৰণো আছিল। মই যি কাৰণবোৰৰ কথা কলোঁ তাৰ বেছি ভাগেই আছিল মোৰ নিজস্ব। বহুদিনৰ আগতেই মই ধাৰণা কৰি পেলাইছিলোঁ যে এই সকলোবোৰ অসত্য— সকলোবোৰ মিছা। মোৰ ধাৰণাবোৰৰ প্ৰকৃত উপলব্ধি হলগৈ অতি সোনকালে— এটা নিৰ্দিষ্ট দিনত। মই ততালিকে ঠিক কৰি পেলালোঁ— এই পৃথিৱীখন থাকিল বা নাইকিয়া হ'ল এই কথা মোক কেলেই লাগিছে। মই বুজিও পেলালো আৰু অন্তৰেৰে অনুভৱো কৰিলো যে মোৰ জন্ম হোৱা এই পৃথিৱীখনত বাস্তৱিকতে একো নাইকিয়া। প্ৰথম অৱস্থাত মই ভাবিছিলো যে মোৰ সন্মুখত কৰিবলগীয়া কাম বহুত পৰি আছে ; কিন্তু লাহে লাহে মোৰ অনুভৱ হৈ আহিল যে সঁচাকৈয়ে কৰিবলগীয়া কাম ইয়াত একো নাই।

মানুহে কি কৰিছে কি নকৰিছে সেই কথাৰ প্ৰতি মোৰ কোনো ভ্ৰূক্ষেপ নোহোৱা হ'ল ; সেইবোৰৰ প্ৰতি চকু আখি দিয়াটোকে বাদ দিলোঁ। এটা মুকলি পথেৰে মুকলি হৈ



খোজ কঢ়া আৰু মানুহৰ হেঁচা-ঠেলাৰ মাজেৰে পাৰ হৈ যোৱাৰ মাজত কোনো প্ৰভেদ নেদেখা হলোঁ ; মোৰ কাৰণে দুয়োটাই একে কথা— একে সত্য।

কিবা এটা চিন্তা কৰিবলৈ গৈ কথাৰ আঁত হেৰুৱাই মই যে এনে এটা সিদ্ধান্ত কৰি পেলাইছোঁ তেনে নহয় ; প্ৰকৃততে মই চিন্তা কৰিবলৈকেই এৰি দিছোঁ। সেইবোৰলৈ আৰু ভ্ৰূক্ষেপ কেলেই! আনহাতে মই যে কিবা এটা সমস্যাৰো সমাধান কৰি পেলাইছোঁ সেই বুলি ভবাটোও ভুল হব। সঁচা কথা, সমস্যা আহিল বহুত—সমস্যাবোৰ যেন একেলগে থুপ খাই আছিল। সমস্যাবোৰে থুপ খাই থাকিল কি হ'ল— মই কিবা সেইবোৰলৈ ভ্ৰূক্ষেপ কৰোঁ নেকি ? সেইবোৰে যেন পিছলৈ গতি কৰি গৈ আছে।

যিটো মহান সত্য সেইটোক প্ৰকৃত উপলব্ধিলৈ আনোঁতে মোৰ বহুত পলম হ'ল।

সিদিনা আছিল নৱেম্বৰ মাহৰ তিনি তাৰিখ—ঠিক তিনি নৱেম্বৰতেই মোৰ সেই উপলব্ধিটো হৈছিল। সেইদিন অবধি মোৰ জীৱনৰ প্ৰতিটো মুহূৰ্ততে মই এই কথা সুঁৱৰি আহিছোঁ।

সিদিনা আছিল এটা নিশা—গভীৰ আন্ধাৰ নিশা। ইমান অন্ধকাৰ নিশা কেতিয়াবা হব পাৰে বুলি মই কব নোৱাৰোঁ। আন্ধাৰৰ কলাবোৰ ঠেলি ঠেলি মই উভতিছিলোঁ ঘৰলৈ। তেতিয়া নিশা দহ বাজি উকলিছে । নেৰানেপেৰাকৈ কলহৰ কাণেৰে পানী ঢালি আছিল বৰষুণে গোটেই দিনটো ঃ টেকিত হাত- ভৰি থৰ কৰা বৰষুণ— দিনক ৰাতিৰ নিচিনাকৈ

অন্ধকাৰ কৰি পেলোৱা বৰষুণ— এক অমঙ্গল সূচনা কৰা কৰা বৰষুণ। মানুহৰ বিৰুদ্ধাচৰণ কৰা এইজাক বৰষুণে নিশা দহ বজাৰ পিছত পৃথিৱীখন চেঁচা আৰু সেমেকা কৰি হঠাতে নাইকিয়া হ'ল। মাটিৰ ওপৰৰ পৰা চাৰিওফালে ভাপ উৰিবলৈ ধৰিলে...........!

হঠাতে মই কল্পনা কৰি পেলালো ঃ গেছ-লাইটবোৰ যদি আকস্মিকভাবে নুমাই গলহেঁতেন........যতমানে নিৰানন্দৰ কাৰণ এই গেছ-লাইটবোৰ........আঃ নুমাই যোৱা হ'লে কি যে আনন্দ লাগিলহেঁতেন........। সিদিনা মোৰ খোৱাও হৈছিল কমকৈ।

আবেলি লগ পাইছিলোঁ এজন ইঞ্জিনিয়াৰক; লগত তেওঁৰ দুজন বন্ধু। তেওলোকৰ লগত কথা পাতিবলৈ মোৰ শঙ্কা হৈছিল। শঙ্কা হৈছিল এই কাৰণত যে তেওঁলোক হ'ল নতুন মানুহ। মই দিম মুখ মেলি, তেওঁলোক হব বিৰক্ত। গতিকে স্থিৰ কৰিছিলোঁ যে কথা নপতাটোৱে হব উৎকৃষ্ট উপায়। গোটেই আবেলিটো মই মৌন হৈয়েই কটালোঁ। তেওঁলোকে তেওঁলোকৰ মাজতে কথা পাতিছিল, কথাৰ মাজে মাজে উত্তেজনা প্ৰকাশ পাইছিল আৰু কেতিয়াবা কেতিয়াবা তেওঁ-লোক খঙতে ধৈৰ্য্যচ্যুত হোৱাও দেখিছিলোঁ। মানুহকেজনে কিন্তু তেওঁলোকৰ যে মাত্ৰাধিক্য হৈছে, ধৈৰ্য্যৰ সীমা পাৰ হৈ গৈছে— সেই কথালৈ মন কৰা নাছিল; কিন্তু মই জানিছিলোঁ যে তেওঁলোকৰ ধৈৰ্য্যচ্যুতি ঘটিছিল ভালকৈয়ে। তিনিওজনকে এৰি মই আঁতৰি গলোঁ। যাবৰ আৰু সময়ত কলোঁ " হেৰি, আপোনালোক দেখোন অধৈৰ্য্য হৈ পৰিছে; অলপমান ধৈৰ্য্য



ৰখা ভাল।"

মোৰ কথাত তিনিওজনে কিন্তু কোনো দোষ নধৰিলে। মোৰ ফালে চাই চাই তিনিও পাবেমানে হাঁহিলেহে হাঁহিলে। বোধকৰো মোৰ মন্তব্যটোৱে তেওঁলোকক কোনো প্ৰকাৰে আঘাট দিয়া নাছিল। গেন্দেহ নকৰাকৈয়ে যে মই কথাখিনি কৈ দিলোঁ। সেয়াই বোধকৰো হলগে তেওঁলোকৰ উপভোগৰ সামগ্ৰী আৰু সেই সামগ্ৰীয়ে বোধকৰো হ'লগে তেওঁলোকৰ হাঁহিৰ সমল।

ঘৰমুৱাকৈ খোজ কাঢ়ি মই কেৱল গেছ-লাইটৰ কথাকে ভাবিছিলোঁ। মাজে মাজে চাইছিলোঁ আকাশৰ ফালে ঃ এখন সাংঘাতিক ধৰণৰ আন্ধাৰ আকাশ। মাজে মাজে চকুত পৰিছিল চেদেলি-ভেদেলি হৈ পৰা অতলস্পৰ্শী মেঘৰ কুণ্ডলীবোৰ।

হঠাৎ এটি সৰু তৰা চকুত পৰিল—এটি সৰু তৰা। তৰাটোৱে মেঘৰ কুণ্ডলীবোৰৰ মাজত তিৰবিৰ কৰি আছিল। মই চকু ঘূৰালোঁ। চকু ঘূৰোৱাৰ কাৰণ হল—সেই তৰাটোৱে মোৰ মনত এটা নতুন ভাবৰ সঞ্চাৰ কৰিলে ঃ মই আত্মহত্যা কৰিবই লাগিব।

আজি দুমাহৰ আগতেও মই আত্মহত্যা কৰাৰ কথা ভাবিছিলোঁ। সেই উদ্দেশ্যেৰে দুখীয়া হলেও মই সুন্দৰ

বিভলভাৰ এটা কিনি আনি সিদিনাই গুলী খাজি একদম সাজু কৰি ৰাখিছিলোঁ। দুমাহ পাৰ হৈ গল—বিভল-ভাৰটো একেবাৰেই মোৰ মেজৰ দ্ৰয়াৰত সুমুৱাই থোৱা আছে। এটা শুভ মুহূৰ্ত ওলালেই মই আত্মহত্যা কৰিম বুলি খণ্ডতেই থাকিল। যোৱা দুটি মাহৰ প্ৰতিটো নিশাতেই মই ঘৰলৈ ওভতো—আত্মহত্যা কৰিম বুলি ঠিক কৰি। এটা শুভমুহূৰ্তলৈ অপেক্ষা কৰি কৰি আজিলৈকে আত্মহত্যা কৰা কামটো হৈ নুঠিল। আজি আকাশৰ সেই তৰাটোৱে মোক আনি দিলে এক উদ্দীপনা, আজি মই সিদ্ধান্ত কৰি পেলালোঁ —আজিয়েই উপযুক্ত সময়—আজি ৰাতিয়েই। তৰাটো দেখি মোৰ এই ভাব কিয় আহিল মই কব নোৱাৰোঁ।

মই আলিৰ সোঁমাজতে থিয় হৈ একেবাহে আকাশ-খনলৈ চাই আছোঁ; এনেতে দেখোন কৰবাৰ পৰা এজনী সৰু ছোৱালী আহি মোৰ বাহুত খামোচ মাৰি ধৰিলে। জনপ্ৰাণী-শূন্য এই ৰাতিখন মাজ আলিত এই অকণমান ছোৱালী ওলালহি কৰ পৰা! অলপমান আৰ্তৰত চকু পৰিল এখন প্ৰচণ্ড কি গাড়ী, গাড়ীৰ ভিতৰত ড্ৰাইভাৰে টোপনিত বৰশী বাইছে। ছোৱালীজনীৰ বয়স আঠবছৰমান হব লাগে। তাই ওলালহি কৰ পৰা! এই হিমচেঁচা ৰাতিৰ জাৰত তাইৰ গাত আছে মাথোন কপাহী এটা সূতাৰ ফ্ৰক, মূৰত এখন ওৰণা আৰু গোটেই গাটো দেখোন তিতা! মোৰ ভালদৰে চকু পৰিছিল তাইৰ ঘাঁহেৰে বান্ধি লোৱা ফটা জোতাযোৰৰ ওপৰত। সেই দৃশ্যটি মোৰ আজিও ভাল-



দৰে মনত আছে।)

তাই মোক টানি আজুৰিবলৈ ধৰিলে, তাৰ পিছত পেন পেনকৈ কিবা কৈ কৈ কান্দিবলৈ আৰম্ভ কৰি দিলে।

হিম চেঁচা টেকিত এজন ত্ৰুৱীয়া মানুহৰ দৰে তাইৰ ওঁঠ দুটা কঁপি আছিল—কঁপনিৰ কাৰণে তাইৰ কথাবোৰ বুজিব পৰা নগৈছিল। ছোৱালীজনীক যেন কোনোবাই বৰকৈ ভয় খুৱাইছে। তাইৰ মুখেদি ওলাইছিল "মা—মোৰ মা ক'ত........?"

তাইৰ ফালে কেৰাহিকৈ চালোঁ। মুখেদি কোনো কথা উচ্চাৰণ নকৰাকৈ যোৱা বাটে গৈ থাকিলোঁ। তাই কিন্তু মোৰ কোট চোলাটোত টানি টানি সেই অস্বাভাৱিক আৰু সন্ত্ৰাস বিহ্বলিত স্বৰত কান্দি কান্দি পাছে পাছে দৌৰি থাকিল। ছোৱালীজনী অবুজ; অথচ তাইৰ ত্ৰাস মিহলি কান্দোনতেই মই অনুমা কৰিছিলো যে তাইৰ মাক হয় কৰবাত মৰিছে, নহয় সিহঁত? কিবা এটা ভয়ঙ্কৰ বিপদত পৰাৰ কাৰণে তাই এনদৰে অহি ৰাজবাটত মানুহৰ সহায় বিচাৰিছ। নতুবা এনে-কুৱাও হব পাৰে যে ছোৱালীজনীৰ মাক কিবা এটা বিপদত পৰিছে আৰু উপায়হীন হৈ তাই মাকৰ সহায়ৰ বাবে খাটি ফুৰিছে। মই তাইৰ লগত যাম কিয়? যি হয় হওক—মোক কেলেই লাগিছে? তলৈকে খেদাম বি দি কলোঁ, "যা—পুলিচৰ সহায় লগে।"

ছোৱালীজনী নগল; তই দুহাত যোৰ কৰি কাবৌ কৰি কৰি মোৰ কাষে কাষে দৌৰি থাকিল। এইখিনি পৰত

মই থাকিবলৈ বিচাৰো অকলশৰে, তাই আহি মোক আমনি কৰিছে। মস্ত খং উঠিল ছোৱালীজনীৰ ওপৰত। খঙতে গেঙেৰাই উঠিলো; তাৰ পিছত দিলো এটা গোৰ সোধাই। প্ৰত্যুত্তৰত ধাকুৰি ধাকুৰি "আই ঔ—আই ঔ........"কৈ ছোৱালীজনীয়ে মোক এৰি গল।

মোৰ পাছত আৰু কোনোবা এজন আহিছিল। ছোৱালীজনীয়ে বোধকৰো এইবাৰ সিজনাক লৈ গৈছিল।

চিৰিৰে বগাই বগাই মই পাঁচ-তলাত উঠিলোঁগৈ। এইটো তলাতে মই থাকোঁ। মই থকা কোঠাটো বৰ সৰু, লেতেৰা। কোঠালীত আছে খিড়িকি এখন, ভিতৰত অয়েল ক্লথ পাৰি থোৱা এখন চোফা, দুখন চকী, এখন মেজৰ ওপৰত মোৰ কেখনমান কিতাপ আৰু আছে অতি পুৰণি ভল্টেয়াৰ আৰামী চকী এখন—বচ্, এয়েই।

মই বহিলোঁ, এডাল মমবাতি জ্বলাই ললোঁ আৰু তাৰ পিছত চিন্তা কৰিবলৈ ধৰিলোঁ। মোৰ কাষৰ কোঠালীটোত বৰ গন্দগোল হৈ থাকে; কিবা নহয় কিবা এটা ঘটি থাকেই। যোৱা পৰহি দিনা তাত কিবা এখন গোলমাল আৰম্ভ হৈছিল; আজিও চলি আছে। সেই কোঠাটোত থকা মানুহজন হ'ল চাকৰিৰ পৰা খেদা খোৱা এজন কেপ্তেইন। ছয়জনমান আলহীৰ লগত মানুহজনে ভদ্কা খাই খাই পুৰণি তাচৰ পাতেৰে 'ষ্টচ্' খেলি আনন্দ সমুদ্ৰত জীৱনৰ ডিঙা বাই থাকে। পৰহি নিশা তেওঁলোকৰ এখন কিবা এখন কাজিয়াও লাগিছিল। মই জনাত তাৰে দুজনে বহু পৰলৈকে কাজিয়া কৰি কৰি ইজনে



সিজনৰ চুলি উভালিছিল! উপায় নাপাই ঘৰৰ মালিকনীজনীয়ে তেওঁলোকৰ বিৰুদ্ধে অভিযোগ উত্থাপন কৰিব লগা হৈছিল (অৱশ্যে সেই কেপ্তেইনজনক তেওঁ ভয় কৰিছিল)। আৰু এটা কোঠাত বাস কৰি আছে খীনকৈ এজনী মহিলা, কোনোবা অফিচাৰৰ ঘৈণীয়েক। এই চহৰলৈ আহিছে নতুনকৈ। লগতে তিনিটা লৰা-ছোৱালী। ইয়ালৈ আহিবৰে পৰা মানুহজনীৰ হেনো অসুখ। লৰা-ছোৱালীকেইটা আৰু সেই মহিলা—গৰাকীৰো কেপ্তেইন ডাঙৰীয়ালৈ ভয়। ৰাতি হলে হেনো ভয়তে তেওঁলোকৰ টোপনি নাহে। মই জনাত এই কেপ্তেইনজনে নেভস্কিলৈ গৈ মানুহক ভয় খুৱায় আৰু টকা আদায় কৰে। তেওঁ কতো চাকৰী নাপায়; কিন্তু আচৰিত কথা (এই কাৰণেই মই এই কথা কৈছো) যে তেওঁ এই কেইমাহ আমাৰ লগতে বাস কৰি আছে; মোক তেওঁ কাহানিও খং কৰা নাই। মইও অৱশ্যে আৰম্ভনীৰে পৰা তেওঁৰ সঙ্গ এৰাই চলিছিলোঁ। প্ৰথমবাৰ লগ পায়েই তেওঁ মোক সুবিধাজনক সঙ্গ নহয় বুলি ভাবিলে হব পায়। তাৰ পিছত তেওঁৰ কোঠালীত কিমান সঙ্গী লৈছে, কি কি কাৰণত কোঠালীত চিঞৰবাখৰ হয়—এইবোৰৰ প্ৰতি মই কোনোদিনে মন কাণ দিয়া নাই। গোটেই নিশাটো লাগিলে মই মোৰ কোঠাত বহিয়েই থাকো। আৰু সঁচা কথা কবলৈ হলে তেওঁলোকে সিটো কোঠাত কি কৰি থাকে সেইবোৰ শুনিবলৈ বা জানিবলৈ মোৰ কোনো আৱশ্যকো নাই, গৰজো নাই। সিফালে পাহৰিয়েই থাকো।

পুৰা এটা বছৰ ধৰি মই শুব পৰা নাই। যোৱা এটা বছৰে প্ৰতিটো নিশা এখন আৰামী চকীত বহি বহি কটাই

দিছোঁ। দিনৰ ভাগত কৰিবলৈ একো নাথাকে—কিতাপ পঢ়োঁ, কেৱল কিতাপ পঢ়োঁ; ৰাতি বহি থাকো কোনো এটা চিন্তা নকৰাকৈয়ে। চিন্তা কৰিম কি ? চিন্তা বোলা কথাটোৱেই হ'ল অসাৰ, বিক্ষিপ্ত। ইয়াৰ অন্ত কত ? এডালৰ পিছত এডালকৈ মমবাতি জ্বলি থাকে গোটেই নিশা-জুৰি আৰু মই থাকোঁ অৱস্থান কৰি নিৰৱে নিশ্চলভাবে মোৰ চকীখনত, আৰু সন্মুখৰ মেজখনত থাকে সেই ৰিভলভাৰটো। মই নিজকে নিজে প্ৰশ্ন কৰো—'তই নিজে ঠিক আছনে ?' নিজে নিজেই উত্তৰ দিওঁ—'ঠিক আছোঁ।' মোৰ নিজৰ কথাৰ উত্তৰটিৰ অৰ্থ হ'ল এয়ে যে মোৰ আত্মহত্যা কৰা কথাটো ঠিক হৈ আছে। মই আত্মহত্যা কৰা কথাটো প্ৰতিগে নিশাতেই নিশ্চিত কৰি ৰাখো; মাত্ৰ এইদৰে মেজৰ কাষত বহি বহি কামটো কেতিয়া সমাধা কৰিম সেই কথাহে জনা নাছিলোঁ।



## ॥ দুই ॥

কোনে কি কৰিছে কি নকৰিছে সেই কথা মোক কেলেই ! সেইবোৰ কথালৈ মই কিবা ভ্ৰুক্ষেপ কৰোঁনে ? মই যিটো কাম সমাধা কৰিছোঁ কাৰো প্ৰতি ভ্ৰুক্ষেপ নকৰাকৈয়ে কৰিছোঁ।

নিজেই কৰিছো সচাঁ; কিন্তু মোৰ এটা যন্ত্ৰনা অনুভৱ হৈছিল। মোৰ দেহত যদি কোনোবাই খুন্দা এটা মাৰি থৈ

যায় মই দুখ পাম—এই কথা ঠিক। মানসিকভাবেও যদি মই খুন্দা খাবলগীয়া হয় তেতিয়াও বৰ দুখ পাম। এইবোৰলৈ চাই মোৰ নিজৰ প্ৰতি সহানুভূতি জন্মিছিল। মইতো আগতেও সহানুভূতিশীল আছিলোঁ; তাৰ পিছতহে মোৰ অনাস্থা আহিবলৈ ধৰিলে। এতিয়া যদি কিবা এটা অঘটন ঘটি যায় তেতিয়াও মোৰ কোনো পৰিৱৰ্তন নহয় —মই আগৰ নিচিনাই হৈ থাকিম, আগৰ নিচিনাই সহানুভূতিশীল হৈ থাকিম।

সেই নিশাটোৰ আগৰছোৱা সময়ৰ কথাখিনি ভাবি-ভাবি মোৰ বেয়া লাগিছিল ঃ দুৰ্দশাগ্ৰস্তা সেই অকণমানি ছোৱালীজনীক মই পৰাখিনি সহায় কৰিব লাগিছিল। কিন্তু মই তাইক সহায় নকৰিলোঁ কিয়? কাৰণ কি— কি কাৰণত??

কাৰণটো নিশ্চয় এনে ধৰণৰে আছিল ঃ মোৰ কোট-চোলাটো খামুচি ধৰি কান্দি কান্দি কিবা কৰলৈ ধৰোঁতে মোৰ কিজানি ভাব হৈছিল—মই যেন তাইক কোনো ধৰণৰ সহায় কৰিব নোৱাৰোঁ। ছোৱালীজনীৰ সমস্যাটো সমাধান কৰিব হয়তো মই পাৰিলোঁ-হেঁতেন, হয়তো সেয়া মোৰ কাৰণে একো ডাঙৰ কাম নাছিল; কিন্তু মোৰ খং উঠিছিল। খং উঠিছিল এই কাৰণেই যে তাইক লগ পোৱাৰ আগতেই মই সিদ্ধান্ত কৰি পেলাই-ছিলোঁ যে মই আত্মহত্যা কৰিম। আত্মহত্যাৰ নিচিনা সিদ্ধান্ত এটি কৰাৰ পিছত মই স্বাভাৱিকতেই অন্য কোনো কথাৰ প্ৰতি আকৃষ্ট হব নোৱাৰোঁ।



অ' এট! কথা মনত পৰিছে— তাইলৈ মোৰ বৰকৈ দুখ লাগিছিল। সেই নিবিড় নিশাৰ সেই মুহূৰ্তত ঘটা এনে এটি ঘটনা নিতান্তই মৰ্মস্পৰ্শী। অথচ সেইখিনি সময়তে মোৰ যিটো অৱস্থা মনৰ মাজত গঢ়ি উঠিছিল সেই অৱস্থাৰ লগত ছোৱালীজনীক লগ পোৱা অৱস্থাটো নিতান্তভাৱে কোনো প্ৰকাৰে সংগতি নহা ধৰণৰ। সেইখিনি সময়ত মোৰ মানসিক অৱস্থা কেনে ধৰণৰ আছিল সেয়া মোৰ বৰ্ণনাতীত। কিন্তু ঘৰলৈ আহি চকীত বহালৈকে ঘটনাটোৱে মোৰ মনত ক্ৰিয়া কৰিছিল বাৰে বাৰে। এইটো একেবাৰে দেখ দেখ কথা যে মই তেতিয়াও শূন্য হৈ যোৱা নাছিলোঁ, মই মানুহ হৈয়ে আছিলো—মই জীৱিত আছিলো। গতিকে যন্ত্ৰণা ভোগ কৰিবলৈ নাইবা খং কৰিবলৈ অথবা মোৰ কৰ্মাকমৰ বাবে লাজ অনুভৱ কৰাৰ শক্তি মোৰ তেতিয়াও আছিল। সুন্দৰ কথা।

কিন্তু কথা হল, মই যেতিয়া কেইঘন্টামানৰ ভিতৰতে আত্মহত্যা কৰিমেই মই এই ছোৱালীজনীৰ কাৰণে মূৰ ঘমাই মৰোঁ। কিয়? তাৰ বাবে মই নিজে লাজ পোৱা উচিত বুলিয়েইবা ভাবিম কিয়?; অথবা এই পৃথিৱীখনৰ বিষয়ে........? মই নিজে শূন্য হৈ যাম—যথাৰ্থ ভাবে শূন্য হৈ যাম........ এই ছোৱালীজনীৰ প্ৰতি সহাদয় হোৱাতকৈ মই যদি এটা অমানবীয়, অধম কামো কৰি পেলাওঁ তেন্তে জানো কিবা হানি হব? কাৰো কতো হানি নহয়; কিয়নো আৰু মাত্ৰ দুঘণ্টা পিছতেই সকলো শেষ হৈ যাব। এটা সুদৃঢ় মন লৈ এই কাৰণেই মই চিঞৰি উঠিছিলোঁ ........এতিয়া বুকু দাঠ কৰি মই কব পৰা হৈছো যে

পৃথিৱী আৰু জীৱন এই দুয়োবিধ এতিয়া মোৰ হাতৰ মুঠিত। মই কৰ পৰা হৈছোঁ। যে অকল মোৰ কাৰণেই হৈছে এই পৃথিৱীখন। মই যদি আত্মহত্যা কৰোঁ তেনেহলে পৃথিৱীখন নাইকিয়া হৈ যাব—অন্ততঃ নাইকিয়া হৈ যাব মোৰ কাৰণে। মোৰ মৃত্যুৰ পিছত কাৰোবাবে একো নাথাকিব আৰু যিখন পৃথিৱী মোক দান কৰা হৈছিল মোৰ চেতনা লোপ পোৱাৰ লগে লগে, অজ্ঞান হৈ পৰাৰ লগে লগে সিয়ো মৰীচিকাৰ নিচিনাকৈ লোপ পাই যাব। এইখন পৃথিৱী আৰু এই মানুহবোৰ এতিয়া মোৰ অঙ্গ হৈ আছে, ঠিক কৈছোঁ—মোৰ নিজৰেই অঙ্গ হৈ আছে।



আজি মোৰ বহুত কথা মনত পৰিছে ঃ বহি বহি যেতিয়া মই নিজস্বভাবে কথাবোৰ বিবেচনা কৰি থাকোঁ আৰু একেবাৰে সুকীয়া দৃষ্টিভঙ্গীৰে এই সমস্যাবোৰৰ কথা ঘূৰাই-পকাই বিবেচনা কৰি চাওঁ তেতিয়া সেইবোৰে মোক আনি দিয়ে বহুত নতুন নতুন কল্পনা! উদাহৰণ স্বৰূপে এনে এটি আচৰিত কল্পনাৰ কথা কওঁ ঃ

এটা সময় আছিল যিটো সময়ত চন্দ্ৰ অথবা মঙ্গল গ্ৰহত মই বাস কৰিছিলোঁ আৰু ধৰি লওক—তাত মই মানুহে কল্পনা কৰিব নোৱাৰা বিধৰ আটাইতকৈ জঘন্য কামকেই কৰি আছিলো। যাৰ কাৰণে মই পালোঁ এই শাস্তি। শাস্তি স্বৰূপে মোলৈ আগবঢ়োৱা হ'ল চূড়ান্ত অৱজ্ঞা—চূড়ান্ত অপমান। টোপনিত বুকুত হাত থাকিলে মানুহে দুঃস্বপ্ন দেখে। তেনে দুঃসপ্ন দেখাৰ পিছত সাৰ পোৱা মানুহৰ নিচিনাকৈ জীৱন্ত অৱস্থাতেই মোক সেই গ্ৰহটিৰ পৰা পৃথিৱীলৈ খেদি পঠাই দিলে। তালৈ যে পুনৰ উভতি যাব নোৱাৰোঁ এই কথা মই ভালকৈয়ে জানো। এই কথা জানি শুনিও পৰিস্থিতিৰ মাজত পৰি খি কোনো সময়তেই পৃথিৱীৰ পৰা চন্দ্ৰলৈ মুখ কৰি থকাৰ নিচিনাকৈ উদ্বেগ প্ৰকাশ কৰি থাকোঁ। সেই কুকৰ্মৰ বাবে মই লাজ পামনে নাপাম বাৰু? এই আটাইবোৰ প্ৰশ্ন এতিয়া মোৰ কাৰণে হৈ পৰিছে অমূলক—অপ্ৰয়োজনীয় ঃ কিয়নো মোৰ সন্মুখত পৰি আছে বিভলভাৰটো আৰু মই জানো যে সেইটোৱে মোক লগা সময় এটাত কাম কৰি দিব।

তথাপি এটা প্ৰশ্নই মোক বাৰে বাৰে উন্মত্ত কৰি তুলিছিল। মই উদ্বেগ হৈ পৰিছোঁ। প্ৰশ্নটিৰ আৰাম্ভণিতে কিবা এটা সমাধান নকৰাকৈ মই মৰিব নোৱাৰোঁ! সেই প্ৰশ্নটোৰ সমাধান হবই লাগিব। কবলৈ গ'লে প্ৰকৃততে সেই অকণমানি ছোৱালীজনীয়েহে মোৰ জীৱন ৰক্ষা কৰিলে। কিয়নো মই যিবোৰ প্ৰশ্নৰ সমাধান কৰিব পৰা নাছিলোঁ সেইবোৰ প্ৰশ্নৰ অৱতাৰণা কৰিছিল সেই ছোৱালীজনীয়ে।

এতিয়া ৰাতি হৈছে। সিটো কোঠালীত থকা কেপ্তেইন জনৰ কোঠালীত হাই-উৰুমি এতিয়া শাম কাটিছে! সেইটো কোঠালীত যিসকল লোক আছিল তেওঁলোকে তেওঁলোকৰ খেল সামৰি এতিয়া নিদ্ৰামগ্ন হৈ পৰিছে।

মই চকীখনত বহি আছিলোঁ। বহি থকা অৱস্থাতে সন্মুখৰ মেজখনত হাউলি মূৰটো থৈ আছিলোঁ। তেনে অৱস্থাতে মোৰ কেতিয়াবা টোপনী আহিল। জীৱনত এতিয়ালৈকে মই কাহানিও এনেদৰে মেজত হাউলি হাউলি টোপনি মৰা নাই। আৰামী চকীত বহি বহি টোপনি লাহিল কেতিয়া কৰই নোৱাৰিলোঁ।

সপোন!

অদ্ভুত এই সপোনবোৰ। সপোনতে এজন মানুহে বিভিন্ন প্ৰকাৰে ভয়াবহ ৰূপ লয়, সপোনে মানুহৰ কল্পনাৰ যথাৰ্থবোধক তন্নতন্নকৈ ফহিয়াই ৰূপায়িত কৰে স্পষ্টভাৱে।

আনহাতে এটা সপোনৰ গতিবেগ কিমান? সময় আৰু দূৰত্বৰ মাজৰখিনিত সপোনৰ গতিবেগ ইমান তীব্ৰ যে সপোনটোৱে কিমান বেগেৰে আগবাঢ়ি গৈছে ঐই কথা কোনেও দেখা নাপায়, কোনেও উপলব্ধি কৰিব নোৱাৰে। মই ভাবো যে এটা সপোন পৰিচালিত হয় মানহৰ অন্তৰৰ কামনাৰ দ্বাৰা, কামনাই পৰিচালিত কৰে সপোনক—মনৰ যুক্তিতৰ্কই নকৰে। কিন্তু তথাপিতো উদ্ভট কল্পনা কৰি সাজি লোৱা কৌশল আৰু কিছুমান যুক্তিৰ সপোনতে অৱিভাৰ হয় কিয়? এইদৰে আৱিৰ্ভাব হৈ সপোনতে এই যুক্তিবোৰে মোৰ লগত খেল খেলেহি কিয়?



টোপনিত কিছুমান যুক্তি অৱতাৰণা হয়। এই যুক্তিবোৰ কোনোমতে বিশ্বাস কৰিব নোৱাৰা বিধৰ। উদাহৰণ স্বৰূপে মোৰ এজন ভাই পাঁচ বছৰ আগতেই ঢুকাল। মাজে মাজে মই তাক সপোনতে দেখোঁ। সপোনতে সি মোৰ ওচৰলৈ আহে আৰু মোৰ কামবোৰত অংশ গ্ৰহণ কৰে। আমি দুয়ো পৰস্পৰে পৰস্পৰক মৰম চেনেহ বিনিময় কৰো। অথচ মই তাক দেখো সপোনতে আৰু এনেক সপোন দেখি থকা সময়খিনিতো মই জানো যে মোৰ ভাইজন কাহানিবাই ঢুকাইছে; তাক কবৰো দিয়া হৈছে। তেনেহলে এইটো জানো সঁচাকৈ আচৰিত হবলগীয়া কথা নহয় যে কাহানিবাই মৰি যোৱা ভাইজনেই মোৰ ওচৰলৈ আহে, মোৰ নিজস্ব কথাবোৰতো সি মূৰ ঘমায়হি। মোৰ জগজুত বিভিন্ন যুক্তিবোৰৰ অৱতাৰণা হয় আৰু এই যুক্তিবোৰে কেনেধৰণেৰে ক্ৰিয়া কৰে কেনেবিধৰ যুক্তিৰ অৱতাৰণাৰে মোৰ মগজুৱে ইচ্ছাকৃতভাৱে এই পুনৰ মিলনৰ সূচনা কৰে বাৰু?

কথা বহুত কোৱা হ'ল। এতিয়া মই মোৰ সপোনৰ কথালৈ ওভতো; উভতি যাও তিনি নৱেম্বৰৰ তাৰিখলৈ—মানে তিনি নৱেম্বৰৰ তাৰিখৰ সপোনটোলৈ। মই যিমানেই অনিচ্ছা নকৰোঁ কিয়, যিমানেই বিয়াক্ত নহওঁ কিয় এইটো এটা নিৰ্ঘাত সত্য যে মই কব খোজা কথাটো এটা সপোনত বাহিৰে আন একো নহয়। অৱশ্যে কথাবোৰ সপোনত ঘটক বা নঘটক সেই কথা মোক কেলেই লাগিছে? মই মূৰ ঘমাব লাগিছো কেলেই? এইটোৱেতো মোক কোনো

এটা সত্য উদ্‌ঘাটন কৰি নিদিয়ে! আপুনি যিটো দেখা পায় বা যিখিনি বুজি পায় তাৰে কথা ভাবক। যদি আপুনি মাত্ৰ এবাৰৰ কাৰণেও বুজি উঠে বা নিজ চকুৰে দেখা পায় আপুনি নিশ্চয় ধৰি লব যে আপুনি বুজি পোৱা বা দেখাটোৱেই সত্য। আপুনি জীয়াই থাকক বা নাথাকক আপুনি জানি থোৱা উচিত যে ইয়াতকৈ আৰু একো প্ৰকৃত সত্য হব নোৱাৰে। সেইদেখি যিটো সপোনৰ কথা কৈছো সেইটো যেতিয়া সপোনেই সি সপোন হৈয়ে থাকক; কিন্তু যিবোৰ জীৱনক আপোনালেকে সদায় উচ্চ প্ৰশংসা কৰি থাকে তেনে জীৱনৰ ভিতৰতেই পৰিছে মোৰ এই জীৱনটো। মই মোৰ নিজৰ জীৱনটোক উলিয়াই দিব খুজিছোঁ; কিন্তু আনহাতে মোৰ সপোনটোৱে মোক সুন্দৰকৈ কৈ গ'ল অন্য জীৱনৰ কথা—এটা উন্নতি অহা জীৱনৰ কথা, এটা সুন্দৰ শক্তিশালী আৰু মহত্বপূৰ্ণ জীৱনৰ কথা। শুনক ঃ



## ॥ তিনি ॥

আগতেই কৈ আহিছোঁ যে কব নোৱাৰাকৈয়ে মোৰ টোপনি আহিছিল। তেতিয়া কোনো সাৰে নাছিল, চাৰিওফালে নিজম পৰি আছিল। এই গহীন নিশাত একেটা কথাকে ভাবি থাকোঁতে মোৰ চকুলৈ নামি আহিছিল নিদ্ৰাদেৱী। নিদ্ৰামগ্ন অৱস্থাতে নামি আহিছিল এটা সপোন। সেই সপোনত দেখা পালোঁ ঃ বিভলভাবটো মই যেন তুলি

বুকুৰ ওপৰত ধৰিছোঁ। তাৰ পিছত বিভলভাৰটোৰে বুকুত হেঁচা মাৰি ধৰিলোঁ—ঠিক কলিজাৰ ওপৰত হেঁচা মাৰি ধৰিছোঁ—মূৰত নহয় । অলপ পৰ হেনেদৰে হেঁচা মাৰি ধৰি আছিলোঁ । বুকুত হেঁচা মাৰি ধৰিছোঁ যদিও মই কিন্তু আগতেই সিদ্ধান্ত কৰি থৈছোঁ যে গুলীটো মূৰেদি যোৱাকৈহে মাৰি দিম । গুলীটো ঠিক কঁপালৰ সোঁফালেদি সৰকি যোৱাকৈ মাৰি দিলেই হৈ যাব ।

বুকুৰ ওপৰত হেঁচা মাৰি ধৰি মই কেইটিমান মুহূৰ্তৰ কাৰণে অপেক্ষা কৰিলোঁ, কিন্তু হঠাতে এয়া কি হ'ল ? জ্বলি থকা মমবাতিডাল, মেজখন আৰু মোৰ সন্মুখত থকা বেৰখন কঁপিবলৈ ধৰিলে। প্ৰথমতে আৰম্ভ হ'ল এটা মৃদু কম্পন । তাৰ পিছত কঁপনি বাঢ়িবলৈ ধৰিলে আৰু তাৰ পিছত হেন্দোলদোপ লাগি পৰিল । মই ৰব নোৱাৰা হলোঁ। সমায় অলপো নষ্ট নকৰি হাতৰ বিভলভাৰটোৰ ট্ৰিগাৰটো টিপি দিলোঁ ।

সপোনত আপুনি কেতিয়াবা বহুত ওখ ঠাইৰ পৰা পৰি যায়, কেতিয়াবা কোনোবাই আহি সপোনতে চুৰি বহুৱাই দিয়ে, কেতিয়াবা মাৰধৰ কৰে। সচিতত হোৱা হলে আপুনিস াংঘাতিক দুখ পালেহেঁতেন অথবা ডাঙৰ যন্ত্ৰণা পালেহেঁতেন, কিন্তু সপোনত ঘটা কাৰণেই আপুনি কোনো ধৰণৰ বেদনা অনুভৱ নকৰে। অৱশ্যে আপুনি যদি কেতিয়াবা সপোনতে সঁচাকৈ উঠি গৈ শোৱনি কোঠাটোৰ কৰবাত খুন্দা খায়গৈ তেতিয়া হলে কথা সুকীয়া হয় —তেতিয়া আপুনি সঁচাকৈ বিষ অনুভৱ কৰে আৰু সাৰ



পাই যায় । মোৰ এই সপোনটোও ঠিক তেনে ধৰণৰে হৈছিল । মই কোনো দুখ বেদনা অনুভৱ কৰা নাছিলোঁ । সপোনতে কিবা যেন শব্দ এটা মই শুনিছিলোঁ । শব্দটোত মোৰ সমস্ত শৰীৰ জোকাৰ খাই উঠিছিল, চাকি-বন্তি নুমাই গৈছিল—মোৰ চাৰিওফালে আন্ধাৰ হৈ পৰিছিল । চকুৰে মই দেখিছিলোঁ কেৱল অন্ধকাৰ—ভাবিব নোৱাৰা বিধৰ আন্ধকাৰ ।

মোৰ পিঠিৰ পাছফালে আছিল কিবা যেন এটা বহল আৰু কঠিন ধৰণৰ বস্তু । অলপো লৰচৰ নকৰাকৈ সেই বস্তুটোৰ ওপৰত বাগৰি আছিলোঁ ।

মোৰ চাৰিওফালে বহুত মানুহৰ ভিৰ হৈছিল—বহুত চিঞৰ বাখৰ হৈছিল । সেই ভিৰ আৰু চিঞৰ-বাখৰৰ মাজতে মই শুনিছিলোঁ কেপ্তেইনজনৰ তৰ্জন গৰ্জন, ঘৰৰ গিৰিহঁতনীজনীৰ উগ্ৰ আৰু কৰ্কশ চিঞৰ । তাৰ পিছত হঠাত চাৰিওফাল নিস্তব্ধ হৈ পৰিল ।

মোক এটা শৱাধাৰৰ মাজত ভৰোৱা হ'ল, ওপৰত এখন ঢাকনি দি শৱাধাৰটোত গজাল মৰা হ'ল । তাৰ পিছত শৱাধাৰটো নিয়া হ'ল কঢ়িয়াই । দাভি লৈ যোৱা শৱাধাৰটোৰ ভিতৰত শুই আছোঁ মই ; মই গম পাই আছোঁ—শৱাধাৰটো দোলদোপ কৰি গৈ আছে । ভিতৰত শুই আছোঁ মই,— যেন ভিতৰতে জিলমিল কৰি আছোঁ ।

তাৰ পিছত হঠাতে মোৰ মনত খেলালে ঃ মই দেখোন মৰিছোঁ, একেবাৰে মৰি গৈছোঁ । মোৰ যে মৃত্যু হৈছে

সেই বিষয়ে মই আছিলোঁ সম্পূৰ্ণ নিঃসন্দেহ, মই কতো একো দেখাও নাছিলোঁ, লৰচৰো কৰিব পৰা নাছিলোঁ—পৰি আছিলোঁ জঠৰ হৈ। আনবিলাক সপোনৰ মিচিনাকৈ স্বাভাৱিকতে যিবোৰ ঘটনা ঘটি আছে সেই সকলোবোৰৰ বিষয়ে মোৰ অকণো সন্দেহ নাছিল।

মোৰ কবৰত এতিয়া তেওঁলোকে মাটি দিলে।

তেওঁলোক গলগৈ।

মই ইয়াত আছো অকলশৰে। মই ভয় কৰা নাই অলপো। কবৰৰ ভিতৰত মই যে অকলশৰে থাকিবলগীয়া হব এই কথা আগতেই কল্পনা কৰিছিলোঁ। মোৰ বহুত চিন্তা হৈ আছিল: কবৰৰ ভিতৰখন কেনেকুৱা হব পাৰে, তেনেকুৱা কবৰৰ ভিতৰত মই যেতিয়া নিজে থাকিম তেতিয়া কিজানি বৰ জেকা জেকা লাগিব, কিজানি বহুত জাৰ পাম, কিজানি জাৰতে কঁপি মৰিব লাগিব। সচাঁকৈয়ে এতিয়া মই ইয়াত বহুত জাৰ অনুভৱ কৰিছোঁ, মোৰ ভৰিৰ আঙুলিবোৰে বৰকৈ কষ্ট পাইছিল—এইবোৰ অনুভৱ কৰিব পৰাকৈ মোৰ সংজ্ঞা আছিল।

কতো কোনো বিধৰ ভৰসা নকৰাকৈয়ে কবৰৰ ভিতৰত পৰি আছিলোঁ মই। মই জানো যে মৃত্যুৰ পিছত মৃতকে কোনো বস্তুৰ প্ৰতি ভৰসা নাৰাখে বা ৰাখিব নোৱাৰে; কিন্তু এই কথা মই কবই লাগিব যে ইয়াত মই বৰকৈ জেকা অনুভৱ কৰিছোঁ।

কিমান সময় ধৰি কবৰৰ ভিতৰত মই পৰি আছিলোঁ এই কথা মই কব নোৱাৰোঁ। সময় এঘণ্টাও হব পাৰে, এদিনো হব পাৰে অথবা বহুদিনো হব পাৰে। হঠাৎ কফিনৰ ঢাকনিৰে সোমাই আহিল এটোপাল পানী। মোৰ চকু মুদ খাই আছিল। পানীটোপা মুদ খাই থকা বাওঁ-চকুটোতে পৰিলহি। তাৰে একমিনিট পিছত আৰু এটোপাল, তাৰ একমিনিট পিছত আৰু এটোপাল........। এইদৰে প্ৰতি মিনিটত এটোপালকৈ পানীপৰি থাকিল।

মোৰ খং উঠি গল। হঠাতে মই শৰীৰত এটা বেদনা অনুভৱ কৰিলোঁ। মই ভাবিলো: 'মোৰ আঘাতটো এইখিনিতেই হৈছে, মই এইখিনিতে গুলীয়াইছিলোঁ, গুলীবোৰ ইয়াতে........।'

প্ৰতি মিনিটত এটোপালকৈ পানী পৰি থাকিল মোৰ জাপ গৈ থকা চকুৰ ওপৰত। নিৰ্বাক হৈয়েই মই যেন ওপৰৱজনাক প্ৰাৰ্থনা জনালোঁ: "তুমি যিয়েই নোহোৱা—সচাঁকৈয়ে তুমি যদি আছা আৰু বৰ্তমানতকৈ যদি আৰু কিবা প্ৰকাৰৰ ভাল কৰিব পৰা আছে, তেনেহলে সেই ভোগ মোৰ ইয়াতেই হওক। আৰু যদিহে তুমি মোৰ এই আত্মহত্যাৰ বাবে কিবা প্ৰতিশোধ লৈছা (বাচি থকটো ঘৃণনীয় আৰু অসঙ্গত বুলিয়েই মই আত্মহত্যা কৰিছোঁ), তেনেহলে তুমি জানি থোৱা যে যি কোনো শাস্তিকেই মোৰ ওপৰত প্ৰয়োগ নকৰা কিয়, এই মৃতাৱস্থাতেই মই লাখ-লাখ বছৰ ধৰি সেই শাস্তি সহ্য কৰি যাম।"

মোৰ অতিপাত খং উঠিছিল। পূৰা এক মিনিট ধৰি মই গভীৰ নিৰৱতা অৱলম্বন কৰিছিলোঁ।

আকৌ এটোপ পানী পৰিল।

মোৰ দৃঢ় বিশ্বাস আছে যে অলপ পিছতে এক বিৰাট পৰিৱৰ্তন আহিব।

হঠাৎ মোৰ কবৰটোৰে এটা বিৰাট ফাঁট মেলিলে। ওপৰৰ পৰা কোনোবাই মাটি খান্দি দিছে নেকি কব নোৱাৰিলোঁ। কিন্তু এটা ক'লা আৰু আচৰিত ধৰণৰ প্ৰাণীয়ে মোক ওপৰলৈ তুলি আকাশৰ ফালে নি থাকিল। মই হঠাতে দৃষ্টি ঘূৰাই পালোঁ।

এয়া গভীৰ নিশা— এক বিৰাট অন্ধকাৰ; মই আজিলৈকে ইমান অন্ধকাৰ দেখা নাই।

আমি আকাশত উৰি আছিলোঁ। আমি পৃথিৱীখনৰ পৰা বহুত আঁতৰি আহিছোঁ। মোক কঢ়িয়াই আনোঁতা-জনক মই কোনো কথা সুধিব পৰা নাই। মই মাথোন ইয়াৰ পিছত কি ঘটে তাকে চাবলৈহে অপেক্ষা কৰি গৈছোঁ।

মোৰ বিশ্বাস যে মই ভয় কৰা নাই—মোৰ শ্বাস প্ৰশ্বাসেই কৈ দিছে যে মই ভয় কৰা নাইকিয়া। কিমান সময় ধৰি আমি উৰি আছোঁ মই কব নোৱাৰোঁ—মোৰ দৃষ্টিটো কোনো বস্তু পৰা নাই। সাধাৰণতে সপোনত সময় আৰু দূৰত্ব লৈ যিদৰে গতি কৰা হয়, তেনেদৰেই আমি গৈ আছোঁ, মাত্ৰ থন্তেকৰ কাৰণে থমকি অলপমান ৰৈ যোৱাৰ কামনা কৰাৰ নিচিনা কেতিয়াবা থমকিছোঁ।

মোৰ মনত আছে যে গভীৰ আন্ধাৰৰ মাজতে মোৰ চকুত পৰিছিল এটি তৰা। "এইটো চিৰিউচ তৰা হয়নে বাৰু!"—এই প্ৰশ্নটো মই কিন্তু কাকো কৰা নাছিলোঁ; কিয়নো প্ৰশ্নটোৰ উত্তৰ কাৰোবাৰ পৰা পাব পৰা কোনো আশা নাছিল। মোক কঢ়িয়াই লৈ যোৱাজনে উত্তৰ এটা দি ক'লে, "তুমি ঘৰলৈ যাওঁতে বাটত মেঘৰ ফাঁকেদি এইটো তৰাকে দেখিছিলা।"

মোক লৈ যোৱা প্ৰাণীটো আছিল ঠিক মানুহৰ নিচিনা। আচৰিত কথা— এই প্ৰাণীটোৰ প্ৰতি মোৰ কোনো মৰম ওপজা নাছিল; বৰং তাৰ প্ৰতি মোৰ অতিশয় ঘৃণাহে জন্মিছিল।

মোৰ অস্তিত্ব সম্পূৰ্ণৰূপে নাইকিয়া হৈ যাওক—এই কামনা কৰিয়েই মই আত্মহত্যা কৰিছিলোঁ। অথচ মানুহ নহলেও মানুহৰ নিচিনা এই প্ৰাণীটোৰ হাততে মই পৰি গলোঁ। তাৰ একো নাথাকিলেও অস্তিত্ব আছে। মই ভাবি-ছিলোঁ—ছিঃ সপোনতে আচৰিত ধৰণৰ পগলামী কৰা হৈছে।

অনুমান হৈছে পৰলোকতো জীৱ আছে। মই যদি আকৌ জীৱন ধৰিবলগীয়া হয়, নাইবা যদি এনেকুৱা ঘটি যায় যে কাৰোবাৰ ইচ্ছাৰ কাৰণে মোৰ জীৱন ধাৰণৰ প্ৰয়োজন হৈছে তেতিয়া এই কথা ঠিক যে কাৰোবাৰ মাৰধৰ খোৱা বা কাৰোবাৰ পৰা অপমানিত হোৱা জীৱন লোৱাটো মই কেতিয়াও নিবিচাৰোঁ।

হঠাতে অন্তৰত কিবা এটা আঘাত পোৱাৰ দৰে যেন

কিবা এটা ডাঙৰ অপমান পাই গলোঁ। "তই হয়তো ভাবিছ যে মই তোক ভয় কৰিছোঁ—আৰু সেই কাৰণেই তই মোক এনেধৰণেৰে অৱজ্ঞা কৰিছ নহয় ?"

কোনো উত্তৰ নাপালোঁ। কিন্তু মই সোনকালেই গম পালোঁ যে মই অৱজ্ঞাৰ পাত্ৰও হোৱা নাই, হাঁহিয়াতৰো পাত্ৰ হোৱা নাই; অথচ সহানুভূতিও পোৱা নাই। মই জানিছিলোঁ যে অকল মোক লৈয়েই আমাৰ এই আচৰিত আৰু ৰহস্যজনক গগন বিহাৰ আৰম্ভ হৈছে আৰু ইয়াৰ কিবা এটা উদ্দেশ্য আছে।

মোৰ অলপ ভয় লাগিছিল। কতো একো নোহোৱা যেন লগা মাৰ্গত বিচৰণ কৰিছোঁ মই আৰু এই প্ৰাণীটো। এতিয়া ইয়েই মোৰ একমাত্ৰ সঙ্গী। চাৰিওফালে নিজম, নিতাল, নিস্তব্ধ ! তাতে আকৌ মোৰ লগৰ যিটো সঙ্গী পালোঁ তাৰো মাতবোল একো নাই। মোৰ যে অৱস্থা কি হৈছিল মই কব নোৱাৰোঁ। বৰ দুখ লাগিছিল মোৰ। ঘোপমৰা আন্ধাৰৰ মাজে মাজে নিস্তব্ধ হৈ বিচৰণ কৰি ফুৰাটো কিমান আচহুৱা, কিমান অসহ্যকৰ বৰ্ণনা কৰিব নোৱাৰি ! তথাপি এই মহাশূন্যত বিচৰণ কৰি আছোঁ। মই কত আছোঁ তাকো তৰ্কিব পৰা নাই, কতো একো চিনাকি চিনাকি লগা বস্তুও দেখা নাই। পৃথিৱীত থকোঁতে মই নক্ষত্ৰপুঞ্জ দেখিছিলোঁ, এতিয়া তাকো নেদেখা হলোঁ। মই জানো যে বিশাল আকাশত এনেকুৱা বহুত তৰা আছে যিবোৰৰ পোহৰ পৃথিৱী পাবলৈ লাখ লাখ বছৰ লাগিছিল। বোধকৰো তেনেকুৱা তৰা থকা অঞ্চল এটা আমি পাব হৈ



আহিলোঁ। তেনেকুৱা তৰা থকা অঞ্চলটো কেনেকুৱা হব পাৰে—পৃথিৱীৰ পৰা কিমান আঁতৰত হব পাৰে একো অনুমান কৰিব নোৱাৰি—এতিয়া অৱশ্যে অনুমান কৰিও যে একো লাভ নাই সেই কথা ঠিক। এতিয়া মই কিবা এটিলৈ আগবাঢ়ি আছো, কিহবাৰ কাৰণে অপেক্ষা কৰি আছোঁ। কিন্তু অপেক্ষা কৰিছো কিহলৈ সেইকথাহে মই জনা নাই—অথচ অপেক্ষা কৰাটোও সত্য।

মোৰ হৃদয়ত এক ভীষণ যন্ত্ৰণা হৈছে—কিবা এটি ক্লেশৰ কথাও মই অনুভৱ কৰিছোঁ।

হঠাতে মোৰ অন্তৰখনিত এক নতুন অনুভূতিয়ে শিহৰণ তুলি দিলে। এই শিহৰণ আহিল আচম্বিতে। মই যেন ততালিকে মোৰ পৰিচিত কিবা এটা লগ পাই গলোঁ........।

........এইটো দেখোন আমাৰ সূৰ্যটো ! এৰা ! কিন্তু যিটো সূৰ্যে আমাৰ পৃথিৱীখনক জন্ম দিছে সেইটো সূৰ্যেই জানো এইটো ? এৰা, এইটোতো সেইটো সূৰ্য নহয় ! আৰু এটা কথা—আমি জানো আমাৰ সূৰ্যটোৰ পৰা বহুত ওপৰলৈ উঠি অহা নাই ? গোটেইখিনি কথা এবাৰ গমিপিতি চালোঁ। ভালকৈ ফঁহিয়াই চাই মই বুজি পালো যে এইটো সূৰ্য আমাৰটোৰ নিচিনা একেই—ঠিক আমাৰটোৰ নিচিনাই—এৰা, একেবাৰে অবিকল। বোধকৰো ইহঁত দুয়ো জন্মোতে যঁজা সন্তান হৈ জন্মিছিল।

এক কৌতুহলপূৰ্ণ অৱস্থাৰ পিছত মোৰ অন্তৰখনে আনন্দতে নাচিবলৈ ধৰিলে ঃ এটা সূৰ্যৰ পৰা মই জীৱন

গ্ৰহণ কৰিছিলোঁ, তাৰ পিছত মোৰ মৃত্যু হৈছিল, মৃত্যুৰ পিছত মোক কবৰ দিছিল; আকৌ মই তেনেধৰণৰ এটা স্ৰুময় পালোঁহি, এইবাবো যেন মই এটা নতুন জীৱন লাভ কৰিলোঁ। এই নতুনটো জীৱনো পাইছোঁ। মোৰ আগৰটো জীৱনৰ নিচিনাই।

"কিন্তু এটা কথা—এইটো যদি সচাঁকৈয়ে এটা সূৰ্য্য হয় আৰু এই সূৰ্য্যটো যদি আমাৰ আগৰটি সূৰ্য্যৰ নিচিনাই হয় তেন্তে ইয়াৰ দ্বাৰা হোৱা এখন পৃথিৱীও থাকিব; কিন্তু সেই পৃথিৱীখন কত ?" —মই চিঞৰি উঠিলোঁ। মোৰ লগৰজনে কিবা শুনিলেনে নাই বুজিলেনে নাই একো কব নোৱাৰিলোঁ; কিন্তু সেই ঘোপমৰা অন্ধকাৰৰ মাজতে তিৰবিৰাই থকা তৰা এটিলৈ আঙুলিয়ালে। আমি অৱশ্যে সেই ফাললৈকে গতি কৰি আছিলোঁ।

"বিশ্ব-ব্ৰহ্মাণ্ডত এনেহেন একে ধৰণৰ বস্তু হোৱাটো জানো সম্ভৱ ? এনেকুৱা প্ৰতিৰূপ জানো বিশ্বব্ৰহ্মাণ্ডই সৃষ্টি কৰে ? এইটো প্ৰকৃতিৰ নিয়ম হব পাৰেনে ? আৰু যিটো তৰাৰ কথা কলোঁ সেইটো যদি এখন পৃথিৱী হয় তেনেহলে সেইখন আমাৰ পৃথিৱীখনৰ দৰেইনে ? আমাৰ পৃথিৱীখন প্ৰেমময়ী; দুখীয়া নিচলা হলেও সেইখন পৃথিৱীয়ে আমাক চিৰকাল প্ৰেম দান কৰি আহিছে। সচাঁ কথা—সেইখন প্ৰেমময়ী পৃথিৱীৰ সন্তানসকল কিন্তু অকৃতজ্ঞ ? কিন্তু তথাপিতো আমাৰ পৃথিৱীখনে চিৰকালে দান কৰি আহিছে মৰ্মস্পৰ্শী প্ৰেম, মৰম। এতিয়া যিখন পৃথিৱীক সন্মুখত দেখা পাইছোঁ সেইখন পৃথিৱীয়ও একেধৰণেৰে প্ৰেম দান



কৰেনে ?"—চিঞৰি চিঞৰি মই কৌতুহলপূৰ্ণ প্ৰশ্ন কৰিলোঁ। মই পলাই গুচি অহা সেই পুৰণি পৃথিৱীখনিলৈ মোৰ মৰম উপচি পৰিল। তাৰ পিছত মোৰ মনত পৰিল যে সেই নিশা মই অকণমানি ছোৱালীজনীৰ অন্তৰত তীব্ৰ আঘাত লগাই আহিছোঁ। ছোৱালীজনীৰ মুখখনি মোৰ চকুৰ আগত ভাহি উঠিল, ভাহি উঠিল সেই হৃদয় বিদাৰক দৃশ্যটি—সেই দুঃখাৰহ ছবিখনে চকুৰ আগত তিৰবিৰাবলৈ ধৰিলে।

"আৰু বহুত আছে—ব-হু-ত; তই আটাইবোৰকে দেখিবিহক"—লগৰ জনে ক'লে, সি কথাষাৰ ক'লে—মইও শুনিলোঁ। কথাষাৰ শুনি মোৰ বৰ ভাল নালাগিল; মই যেন কিবা বেলেগ ধৰণৰ বেদনা এটা অনুভৱ কৰিলোঁ।

আমাৰ গতি তীব্ৰ হৈ গৈ আছে গ্ৰহটোৰ ফালে। ক্ষণে ক্ষণে আমি গ্ৰহটোলৈ আগবাঢ়ি আছোঁ। যিমানে ওচৰ চাপি আছোঁ গ্ৰহটিক তিমানে ডাঙৰ দেখিব লাগিছোঁ। ইতিমধ্যে মই কোনখন কি সাগৰ, কোনখন ইউৰোপ আদি ঠিকমতে ধৰিব পৰা হৈছোঁ।

আমি যিমানে আগবাঢ়ি গৈ আছো তিমানেই মোৰ মনটো কিবা মুকলি মুকলি লগা হৈ গৈ আছে। তাৰ পিছত হঠাতে মই অনুভৱ কৰি পেলালোঁ; মোৰ অন্তৰত এটা যেন পৱিত্ৰ ভাৱৰ উদয় হৈছে। মই আচৰিত হৈ পৰিলোঁ—মোৰ মুখেদি ওলাই আহিল—"এনেহেন প্ৰতিৰূপৰ সৃষ্টি হল কিয়, কেনেকৈ হ'ল ?" যিখন পৃথিৱীক মই এৰি থৈ আহিছোঁ মাত্ৰ সেইখনকহে মই ভাল পাব পাৰোঁ;

অথচ সেইখন পৃথিৱীৰ প্ৰতি অকৃতজ্ঞ হৈ মই নিজৰ গুলীৰে নিজৰ দেহৰ তেজস্ৰোত বোৱালোঁ আৰু সেই তেজেৰে মই পৃথিৱীখন বোকা কৰি থৈ আহিছোঁ। নহয়, মই আচলতে কেতিয়াও সেইখন পৃথিৱীক বেয়া পোৱা নাছিলোঁ। পৃথিৱী-খনক মই কোনদিনা আটাইতকৈ বেছি ভাল পাইছিলোঁ বাৰু? আটাইতকৈ বেছি ভাল পাইছিলো সিদিনা—যিদিনা-খন ৰাতি মই পৃথিৱীখনৰপৰা বিচ্ছিন্ন হৈ আহিলোঁ। কিন্তু কিন্তু........এতিয়া যিখন পৃথিৱীলৈ আগ বাঢ়ি আছোঁ সেই-খনত কষ্ট আছে নেকি? ছিঃ কষ্টৰ কথা ভাবিছোঁ কিয়! পৃথিৱী জানো প্ৰেমময়ী নহয়? তেন্তে এই কথাই সত্য যে কষ্টৰ মাজেদিয়ে আমি পৃথিৱীক ভাল পাব পাৰোঁ। এই প্ৰেম মহৎ; এই প্ৰেমক অন্য উপায়েৰে লাভ কৰা নাযায়; আৰু আনহাতে অন্য ধৰণৰ প্ৰেমৰ কথাও মই নাজানোঁ। ভাল পাব লাগিলে কষ্টও কৰিব লাগিব। মোৰ এতিয়া বেছি আৱশ্যক হৈছে মই এৰি অহা পৃথিৱীখনৰ—সেইখন পৃথিৱীকে মোক লাগে। সেই পৃথিৱীখনক চুমা এটি খাবৰ কাৰণে মোৰ তীব্ৰ হেপাহ জন্মিছে—কান্দিব লাগিলে মই বৰং তাতেই কান্দিম; তথাপি অন্য এখন পৃথিৱীত মই জীৱন ধাৰণ কৰিব নোখোজোঁ।"

ইতিমধ্যে মোৰ লগৰ সঙ্গীজনে মোক এৰা দি গুচি গল। এয়া কিহৰ পৰিৱৰ্তন হ'ল; কিহলৈ পৰিৱৰ্তন হ'ল মই একো ধৰিব নোৱাৰিলোঁ। মই আচৰিত হৈ গলোঁ: মই দেখোন অন্য এখন পৃথিৱীত উপনীত হৈছোঁহি—এইখন পৃথিৱী দেখোন স্বৰ্গৰ নিচিনা, এইখন দেখোন অতি সুন্দৰ, অতি মৰম লগা পৃথিৱী। এই পৃথিৱীখনক সূৰ্য্যৰ পোহৰে



আলোকিত কৰি ৰাখিছে—চাৰিওফালে পোহৰ—চাৰিও-ফালে উজ্বল।

মোৰ মনটো ফৰকাল হৈ পৰিল।

মই একোকে ধৰিব পৰা নাই; অথচ মই কিবাকিবি ধাৰণা কৰিব পৰা হৈছোঁ। মোৰ অনুমান হৈছে মই যেন এটা দ্বীপত উপনীত হৈছোঁহি, দ্বীপটোৰ পৰা মই যেন ধৰিব পাৰিছোঁ যে আমাৰ পৃথিৱীখনত থকাৰ দৰে ইয়াতো গ্ৰীক আৰ্কিপেলেগো আছে। এনেকুৱাও হব পাৰে যে কোনোবা এখন দেশৰ সাগৰৰ তীৰ এটি আৰ্কিপেলেগোৰ লগত সংযোগ হৈছেগৈ। কথাবোৰ দেখোন কেনেবা কেনেবা লাগিছে—একে-বাৰে নিজৰ নিজৰ লাগিছে। মই যিবোৰ দেখি আছোঁ এই সকলোবোৰ ঠিক আমাৰখন পৃথিৱীৰ নিচিনাই লাগিছে। এটা যেন কিবা উৎসৱমুখৰ দিন, এটি উৎসৱৰ এটি বিশিষ্ট দিনৰ এক চূড়ান্ত পৰ্য্যায় লাভ কৰা সময়খিনি যেন মোৰ চকুত পৰিছে। সুশান্ত নীল-মৰকত সমুদ্ৰৰ অচঞ্চল ঢৌবোৰ আহি পাৰৰ কোমল কোলাত বহি বহি যেন প্ৰেম নিবেদন কৰিছে, যেন পৰস্পৰে চুমা যাচিছে মুক্তভাৱে —অলপো সঙ্কোচ নকৰাকৈ। ওখ-পাখ গছৰ বিৰিখে বিৰিখে উপচি পৰিছে ফুল, হালিজালি থকা বিৰিখৰ পত্ৰ-ৰাজিয়ে যেন হাত ৰাউন দি দি জনাইছে মোক আহ্বান (মই সুনিশ্চিত যে সকলোৱে মোক আহ্বান জনাইছে) —মোৰ প্ৰতি প্ৰেমাসক্ত হৈ সিহঁতে তুলিছে তাত ৰিব্ ৰিব্ ধ্বনি। বিস্তৃত সেউজীয়া পথাৰ হৈ আছে মুকলি, হৈ আছে উজ্বল—সকলোবোৰ যেন হৈ আছে গোন্ধত আমোল-

মোল।

আকাশত উবি ফুৰিছে মুক্ত বিহঙ্গিনী। সিবোৰে মোৰ উপস্থিতিত অলপো কুণ্ঠাবোধ কৰা নাই, যেন অলপো ভয়ো কৰা নাই। চৰাই চিৰিকতিবোৰ আহিছে উৰি উৰি, আহিছে দেও দি দি; আহি আহি পৰিছেহি মোৰ কান্ধত, বাহুত— হাতত। সিহঁতৰ কোমল কুসুম পাখীৰ আলফুলকৈ কোবাই আছে মোৰ গালে মুখে।

তাৰ পিছত আনন্দমুখৰ এই ঠাইখনত মোৰ দৃষ্টিগোচৰ হ'ল—মানুহৰ মুখ। মানুহবোৰে উপযাচি আগবাঢ়ি আহিছে মোৰ ওচৰলৈ, তেওঁলোকে আহিছে যেন মোক আদৰিবলৈ। মানুহবোৰে মোক আওৰি ধৰিলেহি, মোক মৰম কৰিলেহি, মোক চুমা খালেহি। সেই সুৰুযটোৰ পুত্ৰ তেওঁলোক— তেওঁলোকৰ নিজৰ সুৰুযৰ পুত্ৰ তেওঁলোক। আহা! কি সুন্দৰ! মই আমাৰ উপগ্ৰহটোত ইমান সুন্দৰ, ইমান মনো-মোহা দৃশ্য কাহানিও দেখা নাই। একমাত্ৰ শিশু-প্ৰাণেহে এনে দৃশ্য, এনে স্থান উপভোগ কৰে। বোধকৰো আমাৰ পৃথিৱীখনৰো পৱিত্ৰ-প্ৰাণ শিশুৱেহে এইখন পৃথিৱীৰ দূৰত্বৰ কথা জানে, ইয়াৰ সৌন্দৰ্য্যৰাশিৰ সম্ভেদ পায়। এইখন পৃথিৱীত বাস কৰে সুখীলোকসকল। এই সুখী মানুহবোৰক তেওঁলোকৰ নিজৰ চকুৰ আলোকে আলোকিত কৰি ৰাখে। তেওঁলোকৰ আছে আভা, মুখত আছে জ্ঞানীলোকৰ মুখৰ উজ্জলতা, মেধাশক্তিত আছে সুতীক্ষ্ণৰ চিন, কথা বতৰাৰ মাজত আছে শিশুসুলভ আনন্দৰ প্ৰকাশ।

এবা মই এওঁলোকক দেখা পালোঁ, কম সময়ৰ



ভিতৰতে মই এই কথাবোৰো ভালদৰে বুজি পালোঁ: এইখন এখন এনেকুৱা পৃথিৱী য'ত পাপ বোলা কথাটোৱে কাকো কলুষিত কৰিব পৰা নাই। মই বুজি পাইছোঁ যে কোনোকালে পাপে চুব নোৱাৰা মানুহবোৰেহে ইয়াত বাস কৰে।

আমাৰ পূৰ্ব'-পুৰুষসকলে বাস কৰিছিল ইডেনৰ বাগিছাত। আমি সৰুৰে পৰা বহুত সাধুকথা শুনিছোঁ; সেই সাধুকথা-বোৰৰ পৰাও জানিছোঁ যে পাপ কৰিবলৈ শিকাৰ আগতে সমগ্ৰ মানৱ জাতিয়েই এনেকুৱা ঠাইত বাস কৰিছিল; মাত্ৰ প্ৰভেদ এইখিনিয়েই যে তেতিয়া সমগ্ৰ পৃথিৱীখনেই আছিল এখন ইডেনৰ বাগিছা।

আনন্দত আত্মহাৰা হৈ আহিছিল মানুহবোৰে মোক আদৰিবলৈ। তেওঁলোকে হাঁহি হাঁহি মোক সাৱতি ধৰিছিল, তেওঁলোকে অতি যত্নপৰ হৈ পৰিছিল মোৰ প্ৰতি। অলপ পিছত সকলোৱে লগ লাগি মোক আদৰি নিলে; তেওঁলোকৰ দৃষ্টি—মই যেন কতো অলপো কষ্ট নাপাওঁ, অলপো অসুবিধা নাপাওঁ। মই আচৰিত হৈছিলো যে তেওঁলোকে মোক আদৰ-সাদৰ কৰিছে, অথচ তেওঁলোকে মোক কোনো কথা সোধা নাই, মোৰ পৰা জানিব লগা কোনো ধৰণৰ প্ৰশ্ন তেওঁলোকে মোক কৰা নাই। মোৰ অনুমান হৈছে যে মোৰ বিষয়ে জানিবলগীয়া সকলোবোৰ কথাই তেওঁলোকে জানে—মোৰ পৰা শুনিব লগা সকলোবোৰ কথা তেওঁলোকে গম পায়। মোৰ মুখত বোধকৰো কষ্টৰ ভাৱ ফুটি উঠিছিল; সেই কষ্টবোৰ কেনেকৈ সাম কাটে তাৰে চেষ্টাত ব্যস্ত হৈ পৰিছিল। সকলোবোৰ হৈ পৰিছিল তৎপৰ।

## ॥ চাৰি ॥

আপোনালোকক মই সোঁৱৰাই দিব খুজিছোঁ যে মই সপোনৰ কথাহে কৈ আছোঁ। সপোন হলেও সেই সুন্দৰ, নিষ্পাপ মানুহবোৰৰ মৰমৰ কথা মোৰ চিৰকাল মনত থাকিব। ওপৰৰ কোনোবা এটা মণ্ডলত বাস কৰা সেই মানুহবোৰে মোৰ ওপৰত যি মৰম, যি প্ৰেম ঢালি দিছিল, যি ভালপোৱাৰে মই আপ্লুত হৈ পৰিছিলোঁ, সেই কথা মই



আজিও অনুভৱ কৰোঁ। কথাবোৰ দেখি আহিছোঁ মই মোৰ নিজৰ চকুৰে; সেইবোৰ দেখি শুনি মই প্ৰত্যয় গৈছোঁ। মৰমে ভাল পাইছোঁ তেওঁলোকক আৰু মই যি কষ্ট খাই-ছিলোঁ—সেই কষ্ট খাইছিলোঁ মই নিশ্চয় তেওঁলোকক পাবৰ কাৰণেহে, মোৰ কষ্টৰ সাৰ্থক হৈছিল।

মই যে সকলো কথা ভালদৰে বুজি নাপাওঁ এই কথা মই প্ৰথমৰে পৰা জানিছিলোঁ। উদাহৰণ স্বৰূপে আধুনিক ৰুচিয়াৰ প্ৰগতিশীল লোক আৰু চেন্ট পিটাৰ্চবাৰ্গ'ৰ দীন হীন লোকে মই বুজি পোৱা এইবিধ বিজ্ঞান কিয় গ্ৰহণ কৰা নাই সেই কথা মোৰ কাৰণে দুৰ্বোধ্য হৈয়েই থাকিল। কিন্তু অন্যহাতে এটা কথা বুজি পাবলৈ মোৰ পলম নালাগিল ঃ কথাটো হৈছে এয়ে যে জ্ঞান বৰ্দ্ধন কৰাত আৰু প্ৰেৰণাৰ উৎস যোগানৰ ক্ষেত্ৰত আমাকতকৈ সেই-সকলৰ ওচৰত কিহবাৰ প্ৰবেশ ঘটিছে। তেওঁলোকে যিবোৰ কামনা কৰে সেইবোৰ আমাতকৈ কিবা বেলেগ ধৰণৰ। তেওঁলোকৰ যে কিবা আকাংক্ষা আছে তেনে কথা মোৰ চকুত পৰা নাই—মোৰ চকুত পৰিছে এয়ে যে তেওঁলোকে যিখিনি পাইছে তাতেই সন্তুষ্ট হৈ আছে। আমি যেনেকৈ গূঢ়তত্বৰ বিচাৰে জীৱনটোক জানিবলৈ যত্ন কৰোঁ তেওঁলোকে তেনে ধৰণেৰে নকৰে। ইয়াৰ কাৰণ নিশ্চয় এয়ে যে তেওঁলোকে নিখুঁত জীৱন যাপন কৰিছে। তেওঁলোকৰ জ্ঞান আমাক বিজ্ঞানতকৈ বেছি সুন্দৰ, বেছি প্ৰগাঢ়। আমাৰ বিজ্ঞানে বিচাৰে জীৱনৰ কথাবোৰ ব্যাখ্যা কৰিবলৈ—কিন্তু সেই বিজ্ঞানে বিচাৰে প্ৰকৃততে কেনেধৰণেৰে জীয়াই থাকিব লাগে। তেওঁলোকৰ কাৰণে বিজ্ঞান বৰ

বেছি আৱশ্যকীয় নহয় বুলিও মই জানিলোঁ। কিয়নো বিজ্ঞান অবিহনে মানুহ কেনেদৰে বাচি থাকিব পাৰি এই কথাও সেই মানুহবোৰে ভালকৈ জানে।

ওপৰত যিবোৰ কথা ক'লোঁ এই আটাইবোৰেই মই নিজে দেখা। নিজে দেখি বৰ্ণনা কৰিছোঁ যদিও তেওঁলোকৰ জ্ঞান-গৰিমাৰ কথা কিন্তু একো ধৰিব নোৱাৰিলোঁ, বুজিও নাপালোঁ। তেওঁলোকে মোক দেখুৱাইছিল তাৰ গছ-বিৰিখবোৰ। গছ-বিৰিখৰ লগৰ সান্নিধ্য, গভীৰ প্ৰেমময় দৃষ্টি—এই আটাইবোৰ কথা মই দেখিছিলোঁ হয়—কিন্তু মই বুজি পোৱা নাছিলোঁ। মোৰ ধাৰণামতে তেওঁলোকে নিজৰ ভিতৰত যেনেকৈ কথা বতৰা পাতে তেনেকৈ কথা বতৰা পাতে গছ-বিৰিখৰ লগতো। গছ আৰু মানুহে পৰস্পৰে কথা পাতে পৰস্পৰৰ লগত, পৰস্পৰে পৰস্পৰৰ লগত ভাব বিনিময় কৰে—এই কথাখিনি বুজাত অন্ততঃ মোৰ ভুল হোৱা নাই। কথা পাতিবৰ কাৰণে মানুহে উমৈহতীয়া ভাষা ব্যৱহাৰ কৰে; মই সুনিশ্চিত যে এই ভাষা গছেও বুজি পায়। এইসকল লোকে সকলো প্ৰাকৃতিক সম্পদৰ প্ৰতি তেনে ধৰণে আচৰণ কৰে। বন্য জন্তুবোৰে শান্তিৰে বাস কৰে তেওঁলোকৰ লগত—কোনেও কাকো আক্ৰমণ নকৰে, কাৰো প্ৰতি কাৰো হিংসা নাই—প্ৰেম সৰ্বত্ৰ বিৰাজমান; মানুহৰ প্ৰেমপাশত সকলো আবদ্ধ।

তেওঁলোকে মোক তৰাবোৰলৈ আঙুলিয়ালে। তাৰ পিছত ক'লে নক্ষত্ৰবোৰৰ কথা। তেওঁলোকে কি ভাষাৰে কথাবোৰ ক'লে মই কিন্তু বুজি নাপালোঁ; কথাবোৰ



নুবুজিলেও মই এই কথা জানিব পাৰিলোঁ যে আটাইবোৰ স্বৰ্গীয় বস্তুৰ লগত তেওঁলোকৰ যোগাযোগ আছে, প্ৰত্যেকৰ লগতে তেওঁলোকৰ আত্মীয় সম্পৰ্ক আছে। এই সম্পৰ্ক কোনো প্ৰকাৰৰ আধ্যাত্মিক নহয়—ই জাগ্ৰত, বাস্তৱ। মই যে এইবোৰ বুজিবলগীয়া আছে আৰু এইবোৰৰ বিষয়েও গভীৰ জ্ঞান আহৰণ কৰিবলৈ আছে সেই কথাৰ ওপৰত এই মানুহবোৰে অকণো গুৰুত্ব আৰোপ কৰা নাই। তেওঁলোকৰ মৰম তেওঁলোকে মোক উজাৰি দিছে। কিন্তু মই ধৰিব পাৰিছোঁ যে এইসকল মানুহেও মোক বুজিব পৰা নাই। মই কথাৰ মাজত কাচিৎহে আমাৰ পৃথিৱীখনৰ কথা কৈছিলোঁ আৰু তেওঁলোকৰ পৃথিৱীখনক ভালকৈয়ে যাচিছিলো মৰম, অব্যক্তভাৱে যাচিছিলোঁ মোৰ অন্তৰৰ পূজাৰ্ঘ্য। মোৰ মৰম চেনেহ আছিল অকপট, নিস্বাৰ্থ আৰু স্বতঃস্ফূৰ্ত। এই কথা মই ভালদৰে জানো যে মোৰ অন্তৰৰ পূজাৰ্ঘ্যই তেওঁলোকৰ মহত্বক কোনোপ্ৰকাৰে কলুষিত কৰা নাছিল। তেওঁলোকৰ চকু হৈ পৰিছিল সজল। মোৰ কিবা কষ্ট হৈছে বুলি যে সেই চকুলো ওলাইছিল তেনে নহয়—প্ৰকৃতপক্ষে মই কোনো ধৰণৰ দুখ পাইছোঁ বুলিও মোৰ ধাৰণা হোৱা নাই।

মই প্ৰেমাপ্লুত হৈ পৰিছিলোঁ, প্ৰেমাপ্লুত হৈ তেওঁলোকক সাৱতি ধৰিছিলোঁ—তেওঁলোকৰ ভৰিত চুমা খাইছিলোঁ। তেওঁলোকেও তেওঁলোকৰ ভাবাবেগ বিনিময় কৰিছিল মোৰ লগত। এই ভাব-বিহ্বলতাৰ মাজত মই কেতিয়াবা নিজকে প্ৰশ্ন কৰিলোঁঃ এয়া কেনে ধৰণৰ কথা যে মই তেওঁলোকক এনেহেন আচৰণ কৰা স্বত্বেও তেওঁলোকে দেখোন

মোক অপমান নকৰিলে, দেখোন কাৰো মনত কোনো ধৰণৰ হিংসা-দ্বেষৰ ভাবো উদয় হোৱা নাই? মই বাৰে বাৰে নিজকে নিজে প্ৰশ্ন কৰিছোঁ: কিয় বাৰু মোৰ নিচিনা দাম্ভিক, মিছলীয়া এটাই তেওঁলোকে আগ্ৰহ নেদেখুৱা কথাবোৰ জানিও অন্ততঃ মই নিজে আয়ত্ত কৰা অভিজ্ঞতাৰ কথা কব নোৱাৰিলোঁ? মই যিখিনি অভিজ্ঞতা অৰ্জন কৰিলোঁ সেইখিনি অন্ততঃ এওঁলোকৰ আগত ব্যক্ত কৰিব পাৰিলোঁহেতেন। কিন্তু সচাঁকৈ নোৱাৰিলোঁ। তেওঁলোকক গাঢ়ভাবে ভালপোৱাৰ কাৰণেই এনেকুৱা হৈছে নেকি? তেওঁলোক পবিত্ৰ; শিশুসকলৰ দৰে এই মানুহবোৰ আনন্দময় শিশুৰ নিচিনা তেওঁলোক ধেমেলীয়া। অপৰূপ দৃশ্যাৱলিৰে পৰিপূৰ্ণ হাবি বননিৰ মাজত তেওঁলোকে উমলি জামলি ফুৰে মুক্তভাবে, আনন্দমনেৰে বিচৰণ কৰি কৰি ফল-মূল খাই ফুৰে, গাই ফুৰে সুললিত কণ্ঠৰ গীত, হাবিৰ মৌ-মাখিয়ে দিয়ে তেওঁলোকক মৌৰস, হাবিৰ অনুগত পশুৱে কৰায় তেওঁলোকক দুগ্ধপান অন্ন-বস্ত্ৰৰ কাৰণেও তেওঁলোকে যত্ন কৰিব লাগে অতি সামান্য।

তেওঁলোক প্ৰেমাসক্ত হয়, সন্তানক জন্ম দিয়ে। এইবোৰত দেখিছোঁ কাৰো কতো এধানমানো হিংসা কপটতা নাই। অথচ এইবোৰৰ কাৰণেই আমাৰ পৃথিৱীত কিমান হিংসা-হিংসি! আমাৰখন পৃথিৱীৰ মানুহৰ মাজত যি পাপৰ সূত্ৰপাত হয় তাৰ কাৰণ এয়াই নহয় জানো? পৰস্পৰৰ প্ৰেম বিনিময়ৰ ফলত যি সন্তান ভূমিষ্ঠ হয় সেই সন্তানক সকলোৱে জনায় সম্ভাষণ; কিয়নো এইসকল শিশুৱে হয়গৈ



তেওঁলোকৰ আনন্দৰ অংশীদাৰ। হাই উৰুমি, দ্বন্দ-খৰিয়াল সমূলি তেওঁলোকৰ নাইকিয়া—এইবোৰৰ অৰ্থও সেই মানুহবোৰে বুজি নাপায়। সকলোবোৰ মানুহ বাস কৰে একেটা পৰিয়ালত, এটা শিশু এজনৰ মাত্ৰ নহয়—সকলোৰে।

মই দেখা পালোঁ—ইয়াত কোনো ৰোগ নাই, নাই কোনো ব্যাধি, মৃত্যু কিন্তু আছে। মানুহ বুঢ়া হয় গতানুগতিকভাৱে, তেওঁ মৃত্যু বৰণ কৰে পৰম শান্তিৰে। সেয়া যেন মৃত্যু নহয়—সেয়া যেন বুঢ়াজনে শুই পৰিছে। এৰি যোৱা পৃথিৱীৰ সকলোজনকে মৃত্যুৰ আগমুহূৰ্তত হাঁহি হাঁহি দি যায় আশীষ বচন, যাবৰ পৰত নিজেও লৈ যায় কাষত বৈ থকাসকলৰ পৰা হাঁহিৰ টোপোলা—মুক্ত হাঁহিৰ টোপোলা। মই ইয়াত দেখা নাই কাৰো মুখ ম্লান হৈ পৰা, দেখা নাই কাৰো চকুত শোকাশ্ৰু; দেখিছিলোঁ মই তাত এক তীব্ৰ উল্লাস—এটা যেন উল্লাসৰ নদী তীব্ৰভাৱে বৈ আছে—সেই নদী প্ৰেমময়ী এক নিৰ্মল প্ৰেমৰ নদী—গম্ভীৰ আৰু মুক্ত প্ৰেমৰ নদী! এই মহৎ প্ৰেমধাৰাই যেন মৃত্যুৰ পিছতো মৃতকৰ লগত সম্পৰ্ক ৰক্ষা কৰি আছে, মৃত্যুৱে যেন মৃতকক সেইখন পৃথিৱীৰ বান্ধোনৰ পৰা আঁতৰাই নিব পৰা নাই।

জীৱনটো শাশ্বত বুলি তেওঁলোকে বিশ্বাস কৰে নেকি মই মানুহবোৰক সুধিলোঁ। মই সোধা কথা তেওঁলোকে ধৰিব পাৰিলেনে নাই কব নোৱাৰিলোঁ। মই মন কৰিলোঁ যে কথামাৰ সোধাৰ পিছত তেওঁলোকে মোলৈ ভেবা লাগি চাই আছে। মোৰ প্ৰশ্নটি যেন তেওঁলোকে ভালকৈ বুজি

নাপালে। ইয়াৰ কাৰণ হিচাপে ধৰিব পাৰিলোঁ যে তেওঁ-লোকৰ বিশ্বাস ইমান আন্তৰিক আৰু প্ৰাণৱন্ত যে এইবোৰ কথা তেওঁলোকৰ কোনো সমস্যাৰ ভিতৰতে নপৰে।

ইয়াত কতো গীৰ্জাঘৰ বা ধৰ্ম মন্দিৰ নাই; কিন্তু এই বিশ্ব-ব্ৰহ্মাণ্ডৰ পূৰ্ণ-ব্ৰহ্মৰ লগত তেওঁলোকৰ সম্পৰ্ক হৈছে ওতঃপ্ৰোত, মুখ্য আৰু নিবিড়। বিশেষ ধৰ্মমত বুলি যে কিবা থাকিব পাৰে এই কথা এই মানুহবোৰে নাজানে, তেনেবোৰ কথাৰ অৱতাৰণা তেওঁলোকৰ কোনোকালে হোৱা নাই। তাৰ পৰিবৰ্তে দেখিছোঁ মানুহবোৰৰ অসীম বিচাৰ বুদ্ধি। পাথিৱ আনন্দবোৰে পাথিৱ জড়-জগতৰ লগত লগ হৈ যেতিয়া পূৰ্ণতা লাভ কৰে, তেতিয়া তেওঁলোকে আৰু ওচৰ চাপে পূৰ্ণব্যাপী বিশ্ব-ব্ৰহ্মাণ্ডৰ। তেওঁলোকে অতি আগ্ৰহেৰে অপেক্ষা কৰি থাকে সেই মহৎ দিনাটোলৈ। সেই আগ্ৰহ অতি ধীৰ, অতি স্থিৰ—তাত নাই কোনো ধৰণৰ চঞ্চলতা। কৰ্মক্ষেত্ৰত তেওঁলোকৰ ধৈৰ্য্যও অসীম। ইয়াত কাৰো কতো অতৃপ্তি নাই; তাৰ পৰিবৰ্তে তেওঁ-লোকৰ তৃপ্তিপূৰ্ণ হৃদয়ে পৰস্পৰে পৰস্পৰক বিনিময় কৰে মৰম আৰু প্ৰীতিপূৰ্ণ মন লৈ সকলো কামতে আগবাঢ়ি যায়।

এইখন পৃথিৱীৰ নিশাবোৰ কিমান মধুৰ, কিমান সুখৰ! তেওঁলোকবো নিশাবোৰ নিদ্ৰাৰ কাৰণে; পাটীত পৰাৰ আগে আগে সকলোৱে গাই লয় গীত—সেই গীতত ফুটি উঠে আনন্দৰ ঐক্যতান। গীতৰ কথাৰ মাজত প্ৰকাশ পায় তেওঁ-লোকৰ অতীত হৈ যোৱা দিনটোৰ অনুভূতিৰ কথা, শেষ হৈ যোৱা দিনটোক তেওঁলোকে দিয়ে বিদায়। পাটীলৈ



যোৱাৰ আগতে তেওঁলোকে বিদায় মাগে প্ৰকৃতিক, বিদায় মাগে মাটিক, সমুদ্ৰক, বননিক........। গীতৰ মাজেৰে ফুটি উঠে মানুহবিলাকে পৰস্পৰে পৰস্পৰক কৰা শিশুসুলভ প্ৰশংসাৰ কথা; গীতবোৰ যেন সৰলতাকেও সৰল—এখন অন্তৰৰ পৰা নিৰ্গত হৈ আনখন অন্তৰত পৰশ লগা এই গীতবোৰ।

অকল গীতেইনে? এই মানুহবোৰৰ জীৱনেইতো অতি-বাহিত হয় ইজনে সিজনক কৰা প্ৰশংসাৰ মাজত। এইবোৰ যেন পৰস্পৰক ভাল পোৱা সম্পূৰ্ণ জীৱন। এইবোৰ জীৱন যেন বিশ্বজনীন।

গহীন গহীন লগা আৰু উন্নত পৰ্য্যায়ৰ গীতবোৰেনো কেনেদৰে কথাবোৰ প্ৰকাশ কৰিব পাৰিছে মই ভালদৰে বুজি পোৱা নাছিলোঁ। শব্দবোৰ ধৰিব পাৰিলেও সেইবোৰৰ গূঢ়াৰ্থ বুজিব পৰা ক্ষমতা বা বুদ্ধি মোৰ নাই। মই নিজেই জানো মোৰ বুদ্ধিৰ সীমা কিমান দূৰত, মোৰ জ্ঞানৰ গভীৰতা কিমানখিনি। অথচ এইবোৰ যেন একেবাৰে চিনাকি কথা, চিনাকি সুৰ। মই তেওঁলোকক কৈছিলোঁ: মই যেন সেইবোৰ কোনোবা অতীতত শুনিছিলোঁ। আমাৰ পৃথিৱীৰ সুখ আৰু আনন্দবোৰে মোৰ অন্তৰত দুৰ্বহ বেদনা তুলিছিল আৰু তুলিছিল মোৰ হিয়াত বিননি। এই কথাও মই মুক্তভাৱেই জনাইছিলোঁ। সঁচাকৈ মোৰ বাৰে বাৰে মনত পৰিছে যে আমাৰ পৃথিৱীৰ সেই বেদনা আৰু হিয়াৰ বিননিয়ে মোক মোক অতিশয় দুখ দিছিল, সেই দুখ আছিল অসহনীয়। মোৰ ভিতৰত লুকাই আছিল কিবাকিবি

সপোন, আছিল মোৰ এক মানসিক দৃষ্টি ; এই সপোন আৰু অন্তৰ্দৃষ্টিয়ে সেই আটাইবোৰৰ দেখা পাইছিল আগতেই ! এনেকি অকণো চকুলো নোটোকাকৈ সংকুচিতভাৱে আমাৰখন পৃথিৱীলৈ নামি যোৱাটোও মই চাই থাকিব নোৱাৰিছিলোঁ। আমাৰখন পৃথিৱীৰ মানুহৰ প্ৰতি উপজিছিল মোৰ ঘৃণা ; অথচ সেই ঘৃণাই মোক দুঃখাভিভূত কৰি তুলিছিল।

এটা কথা কওঁ। ওপৰত মই কৈ আহিছোঁ যে তেওঁলোকলৈ মোৰ ঘৃণাভাৱ উপজিছিল। কিন্তু ঘৃণা উপজিবলৈ হলে জানো আগতে ভালপাব নালাগিব ? ভাল নাপালে জানো কেতিয়াবা ঘৃণা হব পাৰে ? তেন্তে যদি সঁচাকৈয়ে মই মানুহবোৰক ভালেই নাপাওঁ, তেওঁলোকক ঘিণ কৰো কেনেকৈ ? মই জানো যে ক্ষমাগুণতকৈ মহৎ গুণ একো হব নোৱাৰে। গতিকে তেওঁলোকক ক্ষমা কৰিবৰ বাবে যিখিনি কৰা উচিত মইনো সেইখিনিও কৰিব নোৱাৰোঁনে ? মানুহবোৰৰ প্ৰতি যদি সঁচাকৈয়ে মোৰ প্ৰেম আছে তেন্তে তাৰ আঁৰত আকৌ দুখ থাকিব লাগে কিয় ? ঘিণ কৰাতকৈ মই তেওঁলোকক ভাল পাব নোৱাৰোঁ নেকি ?

মানুহবোৰে মই কোৱা কথাখিনি মনোযোগেৰে শুনিছিল। মই কৈ গৈছোঁ ; অথচ মন কৰিছোঁ যে তেওঁলোকে মোৰ কথা যেন বুজা নাই। ইয়াৰ বাবে মোৰ দুখ লগা নাই; কাৰণ মই ভালদৰে বুজি পাইছিলোঁ যে মই যিখন পৃথিৱী এৰি গৈছিলোঁ সেইখনৰ প্ৰতি মোৰ যিমানখিনি প্ৰাণ আছে সেই কথা তেওঁলোকে সহজে হৃদয়ঙ্গম কৰিছে। এই যে এক বুজাবুজি হৈছে সেয়াও নিজে নিজে হোৱা। তেওঁ-



লোকে যেতিয়াই মোৰ ওপৰত মৰমসনা দৃষ্টি নিক্ষেপ কৰে নাইবা মই নিজে যেতিয়া তেওঁলোকৰ পৱিত্ৰ অন্তৰবোৰৰ দৰে মোৰো নিজৰ অন্তৰখন পৱিত্ৰ হোৱা যেন অনুভৱ কৰোঁ, তেতিয়া হৈ পৰোঁ মই অতি সন্তুষ্ট।

অথচ মোৰ বেয়া লাগে—বৰ বেয়া লাগে।

মই তেওঁলোকক সম্পূৰ্ণৰূপে বুজি লব পৰা নাই কাৰণে মোৰ ভাল নালাগে ; জীৱনৰ সম্পূৰ্ণতা মই লাভ কৰিছোঁ বুলি ভাবো ; অথচ মই দেখোন মুখ খুলি কথাখিনি কব নোৱাৰোঁ—মই দেখোন নিৰ্বাক হৈ গৈছোঁ। অৱশ্যে এটা কথা ঠিক যে মই নিৰৱ প্ৰাৰ্থনা কৰিব পাৰিছোঁ।

তেওঁলোকে হাঁহিছে কিয়—তেওঁলোকৰ প্ৰতিজনেই এতিয়া মোৰ মুখলৈ চাই হাঁহে কিয় ?

তেওঁলোকে কয় যে সপোনত দেখা কথাবোৰ মই যেনে ধৰণেৰে বৰ্ণনা কৰিছোঁ তেনেহেন বৰ্ণনা থকা সপোন হেনো হব নোৱাৰে। মই সপোনত দেখি যিবোৰ অনুভৱ কৰিছোঁ, সেইবোৰ হেনো মোৰ ভ্ৰমাত্মক মনৰ অনুভূতি মাথোন আৰু সেইবোৰ বোলে মই জাগ্ৰত অৱস্থা-

তেই পোৱা। তেনেকুৱা ধৰণৰো হব পাৰে বুলি মই কৰহে পালো, হে ভগবান, মোৰ মুখৰ ফালে চাই চাই হাঁহিবলৈ ধৰিলে—মোৰ পৰা যেন তেওঁলোকে কিবা কৌতুকৰ সমলহে পালে। অৱশ্যে এটা কথা ঠিক যে মোৰ সপোনত চেতনাৰ কথাবোৰ মই অতিক্ৰম কৰি গৈছিলোঁ। মোৰ অন্তৰখনে আঘাত পাইছিল। আহত অন্তৰৰ মাজত এই কথাবোৰে নিৰ্দিষ্ট আকাৰ ধাৰণ কৰিলে। সেই আকাৰেই পিছৰ মূৰ্তিমন্ত হলগৈ আৰু মোৰ অন্তৰত সোমাই পৰিল। মই আকৌ কৈছো—এই সকলোবোৰ মই সঁচাকৈয়ে সপোনতে দেখিছিলোঁ। কিমান মোহনীয়, কিমান সুন্দৰ কিমান সামঞ্জস্যপূৰ্ণ অছিল সেইবোৰ—সেই কথা মই মোৰ জাগ্ৰত অৱস্থাতো আমাৰ ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ। সেয়েহে অচেতন অৱস্থাত থাকি, সঙ্কোচৰ মাজত থাকি হলেও মই সকলোবোৰ কথা সিবিকি বিদাৰি চাইছোঁ। মই অতি ব্যগ্ৰ হৈ পৰিছিলোঁ কিবা এটি কথা কবৰ কাৰণে—কিবা এটি ইংগিত দিবৰ কাৰণে। কিন্তু কথাবোৰ যে এনেধৰণৰ হবগৈ সেই কথা মই জানো কেনেকৈ? ভাবিবইবা পাৰোঁ কেনেকৈ?

গোটেই কথাখিনিৰ প্ৰকৃত বিৱৰণ মই নিশ্চয় ঠিকমতে দিব পৰা নাই। মই তাত যিমান সুখ অনুভৱ কৰিছিলোঁ সেই সুখৰ অনুভূতি আৰু মুখৰ কথাৰে প্ৰকাশ—এই দুয়োৰে



মাজত এক বিৰাট বিসংগতি হৈ গৈছে। মই কথাৰে প্ৰকাশ কৰি কোৱাতকৈ মোৰ অনুভৱ আছিল বহু গুণে সুখদায়ক। আনহাতে এইটো আছিল এটা সপোনহে—এটা সপোন যেনেধৰণৰ হব লাগে ঠিক তেনেধৰণৰেই।

এতিয়া মই আপোনালোকৰ আগত এটা গোপন কথা ব্যক্ত কৰিম। যিটো কথা ব্যক্ত কৰিব খুজিছোঁ সেইটো একেবাৰে সপোন নহৰও পাৰে। কিয়নো কব খোজা ঘটনাটো প্ৰকৃততে ইমান সঁচা যে এনেকুৱা ঘটনা এটা সপোনত নঘটিবও পাৰে। আপুনি নিশ্চিত হৈ থাকিব পাৰে যে তেনেকুৱা এটি সপোনে একমাত্ৰ মোৰ অন্তৰতহে ক্ৰিয়া কৰিছিল। সেই সত্যটো মই উপলব্ধি কৰিছোঁ। এনেহেন নিৰ্ঘাত সত্য এটাৰ কথা জানো অকলে মোৰ অন্তৰেহে হৃদয়ঙ্গম কৰা উচিত? এনেহেন এটি সত্যৰ বিৱৰণ মোৰ নিচিনা এটি চঞ্চল আৰু ভগ্ন মনে দিবলৈ অপাৰগ। আপোনালোকেই বিচাৰ কৰক। যিটো কথা মই ইমান পৰে গোপন কৰি ৰাখিছিলোঁ সেই সত্যটিকে মই ব্যক্ত কৰিম। কথাটো আছিল এয়ে যে সেই মানুহবিলাকৰ সকলোকে মই কলুষমনা কৰি পেলাইছিলোঁ।

## ॥ পাঁচ ॥

তেওঁলোকৰ মনবোৰ কলুষ কৰাৰ লগে লগে সকলো কথাৰ অন্ত পৰিল। কলুষিত কেনেকৈ হৈছিল সেই কথা মই জনা নাছিলোঁ। কিন্তু সেই কাম যে মোৰ দ্বাৰাই হৈছিল এই কথা মোৰ মনত আছে। মোৰ সপোনটোৱে গতি কৰিছিল দীঘলীয়াকৈ—বহু হাজাৰ বছৰ অতিক্ৰম কৰিব পৰাকৈ গতি কৰিছিল। সামগ্ৰিক ভাবে এইগোটেই



বোৰ কথাৰ ধাৰণা কিন্তু মোৰ অন্তৰত ৰৈ গৈছে। তেওঁ-লোকৰ অধঃপতনৰ কাৰণো যে ময়েই আছিলোঁ এই কথা ময়ো বুজি পাওঁ। সেই সুখময় পৃথিৱীখনত ময়েই বিয়পাই দিলোঁ অশান্তি—মই যেন সৰ্বনাশকাৰী যন্ত্ৰণাদায়ক এদাল পৰজীৱী পেলু, সকলোকে ব্যতিব্যস্ত কৰি তুলিব পৰা প্ৰকাণ্ড আঘাতৰ মই যেন এটি **পৰমাণু**।

মই অহাৰ আগতে পৃথিৱীখন আছিল সুন্দৰ, নিষ্পাপ। তেওঁলোকে মিছা কথা কবলৈ শিকিলে—ভালপোৱা হ'ল মিছা কথাবোৰ, ভাল পোৱা হ'ল মিছাৰ মাজত সুন্দৰক বিচাৰি। ইয়াৰ আৰম্ভন কেনেকৈ হৈছিল জানেনে? হৈছিল কোনেও নজনাকৈ—হাঁহি-ধেমালিৰ মাজেদি; অথবা মিছা কথাৰ পৰমাণুবোৰে তেওঁলোকৰ গাত বগাই বগাই অন্তৰত এনেভাবে সোমাই পৰিল যে ইয়াৰ প্ৰতিহে তেওঁলোকৰ আগ্ৰহ হ'ল বেছি। সেয়াই ৰূপ ললে আনন্দৰ, আনন্দই, নতুন নতুন ধৰণে বিৰাজ কৰিবলৈ ধৰিলে। সেই আনন্দই আনি দিলে পৰশ্ৰীকাতৰতা, পৰশ্ৰীকাতৰতাৰ পৰা উদ্ভৱ হ'ল হিংসা বৃত্তি........। কিয় হ'ল নাজানো, মোৰো মনত নপৰে। কিন্তু অতি সোনকালে আৰম্ভ হ'ল ৰক্তপাতৰ। তেওঁলোক হ'ল আচৰিত, হ'ল ভীতিগ্ৰস্ত। তেওঁলোক বিভক্ত হৈ পৰিল আৰু তাৰ পিছত সুকীয়া সুকীয়াকৈ নিজা নিজা পথ ললে। তেওঁলোকে সংঘ পাতিলে, এই সংঘবোৰৰ পৰস্পৰৰ মাজত আৰম্ভ হ'ল ভীষণ শত্ৰুতা—ইটোৱে সিটোক কৰা হ'ল নিন্দা, ইটো-সিটোৰ মাজত আৰম্ভ হ'ল গালাগালি। লাজ কাক বোলে তেওঁলোকে জনা হ'ল—তাকেই তেওঁলোকে গ্ৰহণ কৰিলে নিয়ম বুলি। সন্মানৰ

অৰ্থ তেওঁলোকে বজা হ'ল। প্ৰতিটো সংঘই নিজৰ নিজৰ কথাবোৰ সুন্দৰ সুন্দৰ কৰি সজাই ঢোল কোবাই ফুৰিবলৈ ধৰিলে।

নিজৰ পশুবোৰৰ প্ৰতি তেওঁলোক নিজে নিজে হৈ পৰিল হিংস্ৰ—পশুবোৰে আত্মৰক্ষাৰ কাৰণে হাবিলৈ সাব লগা হ'ল—নিজক ৰক্ষা কৰিবৰ কাৰণে। সিহঁত হব লগা হ'ল তেওঁলোকৰে শত্ৰু। বিভেদ, স্বাৰ্থপৰতা, ব্যক্তিগত আসন প্ৰতিষ্ঠা, লোকৰ সম্পত্তি আত্মসাৎ কৰা আদি কথাবোৰৰ কাৰণে হ'ল আৰম্ভ সংগ্ৰামৰ, এতিয়া তেওঁলোকে বিচ্ছিন্ন ৰূপত কথা কবলৈ শিকিলে, বুজি পালে দুখ কি বস্তু, দুখক ভাল পাবলৈ ধৰিলে। যন্ত্ৰণা ভোগ কৰিবলৈ তেওঁলোকৰ অন্তৰত জাগিল অদম্য পিয়াহ। তেওঁলোকে কবলৈ ধৰিলে যে কষ্ট আৰু যন্ত্ৰণাৰ মাজেদিহে প্ৰকৃত সত্যক লাভ কৰিব পৰা যায়।

তেতিয়াৰ পৰাই অৱতাৰণা হ'ল বিজ্ঞানৰ। মনত দুষ্ট বুদ্ধি সোমোৱাৰ লগে লগেই তেওঁলোকে কোৱা হ'ল সংঘবদ্ধতাৰ কথা, মানৱতাৰ কথা। তেওঁলোকে এইবোৰৰ নীতিৰ কথা কোৱা হ'ল। অপৰাধী হৈ পৰাৰ লগে লগে ওঁলোকে উদ্ভাৱন কৰিলে ন্যায় বোলা ধাৰণাটোৰ। ন্যায়ৰ কাৰণে লগা হ'ল তেওঁলোকৰ ডাঙৰ ডাঙৰ আইনৰ কিতাপ। আকৌ এই আইনকে সংৰক্ষণৰ কাৰণে লগ হ'ল তেওঁলোকক বলিশাল।

অতীতত হোৱোৱা সেই জীৱনৰ কথা এতিয়াও তেওঁলোকৰ বিনিকি বিনিকি মনত পৰে। অথচ এতিয়া



বিশ্বাসই কৰিবলৈ টান পায় যে তেওঁলোকৰ এনেকুৱা এটা সময় আছিল যিটো সময়ত তেওঁলোক আছিল অতি পৱিত্ৰ অতি সুখী। সেই পৱিত্ৰতা আৰু সেই সুখৰ কথা তেওঁলোকৰো মনত নপৰা নহয়; মনত পৰিলেই তেওঁলোকেই ইতিকিং কৰি উৰাই দিয়ে—সেইবোৰ সপোনৰ কথা বুলি উলাই কৰি দিয়ে। শেষত এনেকুৱা পৰ্য্যন্ত হলগৈ যে তেওঁলোকক পূৰ্বৰ ৰূপ (প্ৰতিমূৰ্ত্তি) ৰ কথাও পাহৰিলে—তেওলোকৰ কোনোমতে মনত নপৰা হ'ল আগতে কেনেকুৱা আছিল তেওঁলোকৰ আকৃতি। পূৰ্বতে যি আনন্দময় জীৱন লাভ কৰিছিল সেই জীৱনৰ ওপৰত তেওঁলোকে হেৰুৱাই পেলালে নিজৰ বিশ্বাস; আৰু পিছত কি কৰিলে জানে—এইসকল লোকে আগৰ জীৱনত ঘটা ঘটনাবোৰক আখ্যা দিলে সাধুকথা বুলি। কিন্তু ভাবিলেও হাঁহি উঠে যে এইবোৰ মানহেই এতিয়া বিচৰা হ'ল সুখ—শিশুসুলভ জীৱন আৰু নিৰ্মলতা। তেওঁলোকৰ মনোবাঞ্চা পূৰ্ণ কৰিবৰ কাৰণে বহুত ধৰণৰ উপায় চিন্তিলে। তেওঁলোকে তেওঁলোকৰ ইচ্ছাত ঐশ্বৰিক প্ৰলেপ লগাবৰ চেষ্টা কৰিলে আৰু তাক পাবৰ কাৰণে তেওঁলোকে সাজিলে অসংখ্য মন্দিৰ, সাজিলে ধৰ্মস্থান। ধৰ্ম স্থাপনৰ কাৰণে তেওঁলোকে ধাৰণা কৰিলে কিছুমান মানস মূৰ্ত্তি আৰু সেই মূৰ্ত্তিক আগত লৈ তেওঁলোকে কৰিবলৈ ধৰিলে প্ৰাৰ্থনা। অথচ সেই মানহবোৰে জানে যে তেওঁলোকৰ সেই কথাবোৰ কেতিয়াও বাস্তৱলৈ ৰূপান্তৰিত হব নোৱাৰে অথবা তেওঁলোকৰ যিবোৰ আন্তৰিক কামনা সেই কামনায়ো পূৰ্ণতা লাভ

কৰিব নোৱাৰে। চকুপানীৰে চৰণ ধোৱাই, মালা অৰ্পন কৰে তেওঁলোকে—সেইবোৰ অথলে যায়'। এই যিমান-বোৰ কামৰ কথা কৰোঁ এইবোৰে যদি অন্ততঃ তেওঁলোকক সেই এৰি অহা স্বৰ্গখনৰ বিষয়ে অলপমানো দুৰ্বলতা আনি দিলেহেঁতেন, অলপমানো যদি সহানুভূতি জগাই তুলিলেহেঁতেন তেও কিবা এটা কৰলৈ হ'লহেঁতেন। কোনোবাই যদি হঠাতে তেওঁলোকৰ সন্মুখত আৱিৰ্ভাৱ হৈ যদি তেওঁলোকক পুনৰ আগৰ সেই স্থানলৈ উভতি যাবগৈ নেকি বুলি সুধিলেহেঁতেন বোধকৰো তেতিয়া তেওঁলোকে উত্তৰ দি ক'লেহেঁতেন যে তেওঁলোকে উভতি যাব নোখোজে।

মোক তেওঁলোকে কৈছিল, আমি প্ৰতাৰক, দুষ্ট আৰু অন্যায়কাৰী বুলি নিজেই জানো; কিন্তু তাৰ কাৰণে আমি দুখ কৰোঁ, কষ্ট ভোগ কৰোঁ। আমি নিজে নিজৰ ওপৰত থিথিনি কষ্ট দিওঁ সেই কষ্ট বোধকৰো আমাৰ সেই অনামী নিৰাকাৰ বিচাৰকজনে দিয়া শাস্তিতকৈও বেছি কঠোৰ। আমাৰ হাতত আছে বিজ্ঞান; ইয়াৰে আমি আমাৰ প্ৰকৃত সত্যক পুনৰ্বাৰ বিচাৰি চাম, কথাবোৰ সজ্ঞানে বিচাৰ কৰিম। অনুভূতিতকৈ জ্ঞানৰ স্থান ওপৰত, জীৱনত-কৈও জীৱনৰ অনুভূতি ডাঙৰ। বিজ্ঞানে আমাক দিব জ্ঞান, জ্ঞানে আইন নিৰ্ণয় কৰিব। আনন্দৰ কাৰণে যি নিয়ম কৰা হয় সেয়া হৈছে আনন্দতকৈও ডাঙৰ" এই কথাখিনি কৈয়েই তেওঁলোকে নিজক আন মানুহতকৈ বেছি ভাল পাবলৈ আৰম্ভ কৰি দিছিল।

স্বাৰ্থপৰতাই মানুহবোৰক ইমান পৰশ্ৰীকাতৰ কৰি



তুলিলে যে তেওঁলোকৰ স্বাৰ্থক অৱমাননা আৰু তাচ্ছিল্য কৰিবৰ কাৰণে মানুহে সমগ্ৰ শক্তি নিয়োগ কৰি উঠি পৰি লাগিল—এয়া হৈ পৰিল তেওঁলোকৰ জীৱনৰ ব্ৰত।

তাৰ পিছত আহিল দাসত্ব। দাসত্বকো বৰণ কৰা হ'ল উপযাচি। দুৰ্বলসকলে সবলসকলৰ ওচৰত আত্ম-সমৰ্পণ কৰিলে; কিয়নো তেওঁলোকে জানিলে যে তেওঁ-লোকতকৈ বেছি দুৰ্বলসকলক অতি সবলসকলে ধ্বংস কৰি পেলাব পাৰে। সেইসকলৰ ঔদ্ধত্যত পীড়িতসকলে চকুপানীত বাহিৰে আৰু একো নজনা হ'ল। জীৱনৰ কাৰণে প্ৰকৃত পন্থা কেনে হোৱা উচিত সেই কথা বুজাবলৈ ন্যায়বান মানুহবোৰ আগবাঢ়ি আহিল। এওঁলোক আগবাঢ়ি আহিলত সিসকলে বেয়া পালে, বহুতে লাজ পালে ন্যায়বন্তসকলক হাঁহিয়াতৰ পাত্ৰ কৰিবলৈ চেষ্টা হল; তেওঁলোকলৈ নিক্ষেপ কৰা হ'ল শিলগুটি। মন্দিৰৰ প্ৰৱেশপথ বজিত হবলৈ ধৰিলে বলিৰ তেজেৰে।

আনফালে পুণমিলনৰ কাৰণে আগবাঢ়ি আহিল কিছুসংখ্যক লোক। তেওঁলোকৰ মতে প্ৰতিজনে পৰস্পৰক ভাল পোৱা উচিত। সেইসকলে কয় যে কোনোবাই কিবা এটা কৰিলে বা কিবা এটা পন্থা ললে তাত বিধি পথালি দিয়াটো নিতান্তই অনুচিত। এই মানুহৰ সমাজখনে বিচাৰে

যে ভালদৰে বাস কৰি থাকিবৰ কাৰণে মানুহে কিবা এটা ভাল ধৰণৰ চুক্তি সম্পাদন কৰিব লাগে।

এই ধাৰণাটোৰ কাৰণেই ডাঙৰ ডাঙৰ যুদ্ধ সম্পাদন হ'ল। যুদ্ধও চলিল ভালদৰে। বিৰাট বিৰাট যুদ্ধত অৱতীৰ্ণ হোৱাৰ পিছতো সেইসকল যোদ্ধাই বিশ্বাস কৰা হ'ল যে জ্ঞান-বিজ্ঞান আৰু আত্মৰক্ষাৰ কাৰণেই সমাজ-খনক একতাৱদ্ধ কৰিব লাগিব আৰু তাৰ কাৰণে যি-সকলৰ প্ৰবৃত্তি একে, যিসকলে এনে ধৰণৰ চিন্তা-চৰ্চা কৰে সেইসকলক লগ কৰিবলৈ সুবুদ্ধিমান জ্ঞানীসকলে আগবাঢ়ি আহিব লাগে। এই নতুন চিন্তাধাৰাক কামত ক্ষিপ্ৰভাবে লগাবলগীয়া হ'ল। ফলত হলগৈ কি জানেনে? ফলত হলগৈ এয়ে যে নতুন 'জ্ঞানী'সকলে তেওঁলোকৰ নীতিক বিশ্বাস নকৰাসকলক 'অজ্ঞানী' আখ্যা দিলে আৰু এওঁলোকক ধ্বংস কৰিবৰ কাৰণে উঠিপৰি লাগিল। তেওঁলোকে ভাবি ভাবি স্থিৰ কৰি ললে যে এটা সময় আহিব—যিটো সময়ত এই 'অজ্ঞানী'সকলৰ উদ্দেশ্যাত এক বিৰাট বাধাৰ প্ৰাচীৰ হৈ থিয় হবগৈ পাৰে।

কিন্তু আত্মৰক্ষাৰ কাৰণে এই সহজাত প্ৰবৃত্তিটো অতি সোনকালেই দুৰ্বল হৈ আহিল। সমাজৰ যিসকল উন্নত আৰু ইন্দ্ৰিয়বশ্য মানুহ আছিল সেইসকলে খাটাংকৈ দাবী কৰিলে—হয় যদি কিবা এটা ভালকৈয়ে হওক, আৰু নহয় যদি একো হব নালাগে। নতুন নীতিত উপনীত হবৰ কাৰণে তেওঁলোকে আৰম্ভ কৰি দিলে অপৰাধমূলক কৰ্ম। এই কামত অকৃতকাৰ্য্য হলেই তেওঁলোকে কৰা হল আত্মহত্যা।

ইয়াৰ পিছতে প্ৰৱৰ্তন কৰা হ'ল ধৰ্মৰ। অজ্ঞাত পৰলোকত চিৰ শান্তি, অস্তিত্বৰ বিলোপ আৰু আত্ম-নাশেই হ'ল ধৰ্মমত। অৱশেষত মানুহে যাৰ যি ইচ্ছা তাকে কৰিবলৈ আৰম্ভ কৰি দিলে। মানুহে কষ্টভোগ কৰিবলৈ ধৰিলে। কষ্টত তেওঁলোকৰ মুখমণ্ডল বিবৰ্ণ হৈ পৰিল। তেওঁলোকে সেই বিবৰ্ণ-মুখমণ্ডলকে ধুনীয়া দেখিলে। সেইদেখি এইবাৰ তেওঁলোকে কবলৈ আৰম্ভ কৰি দিলে—কষ্টৰ পৰাহে সৌন্দৰ্য লাভ কৰিব পাৰি। তেওঁলোকৰ গীত-মাততো দুঃখ কষ্টৰ গুণানুকীৰ্তন হবলৈ ধৰিলে।

মোৰ চকু পানী ওলাল, দুহাত মোহাৰি মোহাৰি চকু-পানী মচি মচি মই তেওঁলোকৰ মাজে মাজে খোজ কাঢ়ি ফুৰিবলৈ ধৰিলোঁ। মানুহবোৰৰ প্ৰতি মোৰ মৰম আৰু বাঢ়িল। মুখত কষ্টৰ চিন ফুটি ওলোৱাৰ আগে আগে তেওঁলোক যিমান পবিত্ৰ আৰু ধুনীয়া আছিল; গুণৰ দিশেৰে বিবেচনা কৰি চাই এইবোৰ মোৰ মৰম তাতোকৈও বেছিকৈ বাঢ়িবলৈ ধৰিলে।

মই পৃথিৱীখনক ভাল পোৱা হলোঁ। এইখন পৃথিৱীকেই সিহঁতে নষ্ট কৰি পেলাইছিল। মোৰ বাবে পৃথিৱীখন স্বৰ্গাদপি গৰিয়সী হ'ল।

হায়! মই সদায় দুখ আৰু মনোকষ্টকেই ভাল পাই আহিছোঁ। এই ভালপোৱা মোৰ নিজৰ—একান্তভাবে নিজৰ। এইবোৰৰ মৰমতে মই কান্দি পেলাইছিলোঁ। নিজৰ ওপৰতে দোষ জাপি দি, শপত খুৱাই নিজকে নিজে ঘিণ কৰিলোঁ, তাৰ পিছত হতাশাত মোৰ নিজৰ বাহু দুখনত ধৰিলোঁ।

মানুহবোৰক মই কৈছিলো যে দুর্নীতি, অবিচাৰ আৰু কপটতাৰ বীজ মষেই সিঁচি দিছোঁ। তেওঁলোকক মই অনুৰোধ কৰিছিলোঁ—মোক ক্ৰুচবিদ্ধ কৰক। সেই ক্ৰ চটি কেনেকুৱাকৈ সাজিব লাগে তাকো শিকাই দিছিলোঁ।

মই অসমৰ্থ হলোঁ—একো নহল। নিজকে হত্যা কৰাৰ শক্তি পৰ্যন্ত মোৰ নাইকিয়া হৈ গল। মই আশা কৰিছিলোঁ তেওঁলোকৰ হাততেই মোৰ শাস্তি হওক—কষ্ট হওক। কষ্ট ভোগ কৰাৰ আগ্ৰহো উপজিল—কষ্টতেই যেন মোৰ শৰীৰৰ তেজ এটোপা এটোপাকৈ নিঃশেষ হৈ যায়। কিন্তু তেওঁলোকে একো নকৰিলে। বৰং মানুহবোৰে মোকহে মহামূৰ্খ' বুলি হাঁহিবলৈ ধৰিলে। মোক মানুহবিলাকে এই বুলি কৈয়েই ক্ষান্ত থাকিল যে তেওঁলোকে বিচৰা মতে বস্তুবোৰ পাইছে তেওঁলোকে যি পাইছে সেয়া তাতকৈ বেলেগ বস্তু হব নোৱাৰে। অৱশেষত তেওঁলোকে জাহিৰ কৰি ফুৰিলে—মই হেনো তেওঁলোকৰ কাৰণে বিপদহে হৈ পৰিছোঁ। মানুহবোৰে ইয়াকো কলে যে মই যদি মনে মনে নাথাকোঁ তেনেহলে তেওঁলোকে মোক নি পগলাৰ গৰালত ভৰাই থব।

এই কথাবোৰে মোক অত্যন্ত দুখ দিলে; দুঃখাভিভূত



দেহাটোত উশাহ-নিশাহ পৰ্যন্ত বন্ধ হৈ যোৱা যেন লাগিল। মই অনুভৱ কৰিলো—মই যেন মৰি যাব লাগিছোঁ, আৰু তাৰ পিছত........।

এনে সময়তে মই সাৰ পালো।

ৰাতিপুৱা পাঁচ বাজি গৈছিল; পূবৰ আকাশ ধৱল নহলেও ৰাতি পুৱাইছে। মই যিখন আৰামী-চকীত শুই আছিলোঁ তাতেই সাৰ পালোঁ। মমবাতিডাল নুমাই গৈছে, চাৰিওফাল নিস্তব্ধ হৈ আছিল, মোৰ কামৰ কোঠালীটো বন্ধ হৈ আছিল—ভিতৰত টোপনি গৈ আছিল কেৱলেইনৰ্জন। ঘৰৰ চাৰিওফালে এক দুৰ্যোৰ নিৰৱতাই মোক যেন শাসনাধীন কৰি ৰাখিছে। ততালিকে জাপ মাৰি মই দুভৰিৰ ওপৰত থিয় হলো। চাৰিওফালে ভালদৰে মন কৰি চালোঁ—মোৰ জীৱনত ইমান নিৰৱতা মই কাহানিও লাভ কৰা নাই। চকীখন চকুত পৰিল। আজিৰ নিচিনা এখন চকীৰ ওপৰত এনেদৰে মই কাহানিও দীঘলীয়া টোপনি মৰা নাই। কিবাকিবি ভাবত তন্ময় হৈ আছিলোঁ; সম্বিত ঘুৰাই পাই দেখিলোঁ—মই খাজি থোৱা বিভলভাবটো মোৰ সন্মুখতে পৰি আছে। বিভলভাবটো হাতত লৈ দলি মাৰি পেলাই দিলোঁ। এতিয়া মোক লাগে জীৱন—জীৱন লাগে।

দুয়োহাত ওপৰলৈ তুলি সৰ্বশক্তিমান জনাক প্ৰাৰ্থনা জনলোঁ। মই যেন প্ৰেমাপ্লুত হৈ পৰিলোঁ—চকুৱে বৰলৈ ধৰিলে প্ৰেমাশ্ৰু, উল্লাসিত হৈ পৰিলোঁ আনন্দত—ভাবিব

নোৱাৰাকৈ উল্লাসিত হৈ গলো ।

সঁচা কথা, মই বাচি থাকিব খুজিছো । যি সত্য চিৰন্তন, সেই সত্যকেই মই প্ৰচাৰ কৰিব খুজিছোঁ । সেই সত্যৰ মহান বানী চাৰিওফালে বিস্তৃত হৈ পৰক । ততালিকে মোৰ মনলৈ আহিল—কথাবোৰ মই প্ৰচাৰ নকৰো কিয় অকল আজিৰ কাৰণেই নহয়—চিৰকাললৈকে মই প্ৰচাৰ কৰি নাথাকো কিয় ? এৰা, মই প্ৰচাৰ কৰিম—প্ৰচাৰ কৰিবই লাগিব । যি সত্যক মই নিজৰ অন্তৰেৰে উপলব্ধি কৰিছোঁ, যি সত্যক মই নিজৰ চকুৰে দেখিছোঁ আৰু যি সত্যৰ অপাৰ মহত্বৰ কথা মই জানিছোঁ সেই সত্যৰ কথাবোৰ মই প্ৰচাৰ কৰিমেই ।

সেই দিন অবধি । মই সেই কথা প্ৰচাৰ কৰি আহিছোঁ । মানুহবোৰে মোক হাঁহিছিল, তেওঁলোকে মোক সদায়েই হাঁহি আহিছে, উপলুঙা কৰি আহিছে । এতিয়া সেই মানুহবোৰেই হৈছে মোৰ সবাতোকৈ বেছি মৰমৰ । তেওঁলোক মোৰ ইমানখিনি মৰমৰ পাত্ৰ কিয় হ'ল মই কব নোৱাৰোঁ, ব্যাখ্যাও কৰিব নোৱাৰোঁ । মই বুজিছোঁ যে এইদৰে থকাটোৱেই ভাল হৈছে ।

মানুহবোৰে কয়—মই হেনো ধৰফৰাব লাগিছো । যদি সচাঁকৈ মই বেয়া ধৰণে ধৰফৰাই আছোঁ তেতিয়া হলে এই ধৰফৰণি যে আৰু বেছি নহব ত্যৰ কি পাত্তা । উগ্ৰ



ধৰফৰণিৰ কাৰণে মই কেবাবাৰো দিশহাৰা হব পাৰোঁ । ভালদৰে প্ৰচাৰ কৰিবলৈ আগতে প্ৰচাৰৰ বাক্য, কৰ্মপন্থা আদি ঠিক কৰি লব পৰাৰ আগতে এনেকুৱাবোৰ হব পাৰে । কামটো বৰ সহজ নহয় কাৰণে আৰম্ভনিতে এনেকুৱা হবই । মই জানো যে এইবোৰ কথা দিনৰ পোহৰৰ দৰে অতি পৰিস্কাৰ । কিন্তু প্ৰশ্ন হয় কোনো ঠিক থাকিব পাৰে, ধৰফৰণি নুঠে কাৰ ? সকলোবোৰ মানুহ জানো এফে পথিক হোৱা নাই ? প্ৰকাৰান্তৰে দেখোন সকলো মানুহে একেটা বস্তুৰ কাৰণে, উদ্দেশ্য সাধনৰ কাৰণে যত্ন কৰি আছে । জ্ঞানীজনৰ পৰা আৰম্ভ কৰি মহ মহা-মূৰ্খজনলৈকে সকলোজনে জানো এই ধৰণে চলি থকা নাই । মাত্ৰ পাৰ্থক্য হৈছে এইখিনিতেই যে উদ্দেশ্য পূৰণৰ বাবেই প্ৰতিজনে লৈছে সুকীয়া সুকীয়া পথ । এয়া প্ৰাচীন সত্য ; অথচ প্ৰাচীন হলেও ইয়াৰ মাজতো আছে কিবা এক নতুন ।

আপোনালোকে জানেই যে মই বেয়া ধৰণে ধৰফৰাব নোৱাৰোঁ ; কিয়নো মই পৰম সত্যক দেখা পাইছোঁ । মই জানো যে এই পৃথিৱীত বাস কৰিবলৈ নিজৰ নিজৰ সামৰ্থ্যক নেহেৰুৱাকৈয়ো মানুহ সুন্দৰ সুখী হৈ থাকিব পাৰে । বেয়া কাম আৰু দুষ্টামি বোলা কথাটো মানুহৰ জন্মগত বুলি মই কেতিয়াও বিশ্বাস কৰিব নোৱাৰোঁ । যি সত্যক মই নিশ্চিত ভাবে দেখিছোঁ, উপলব্ধি কৰিছো সেইটো মোৰ আত্মাৰ ওচৰত চিৰমূৰ্তমান হৈ থাকিব । মোৰ ধাৰণা স্পষ্ট ; আন মানুহৰ মাজতো এনেহেন ধাৰণা

থাকিব নোৱাৰে বুলি মই কেতিয়াও বিশ্বাস কৰিব নোৱাৰোঁ। গতিকে মই পথভ্ৰষ্ট হম কিয়? কেতিয়াবা হয়তো নিৰ্দিষ্ট পথৰ পৰা মই পিচলি যাব পাৰোঁ। কেতিয়াবা কেতিয়াবা মই হয়তো আনি ব্যৱহাৰ কৰা শব্দবোৰো ব্যৱহাৰ কৰিব পাৰোঁ; কিন্তু সেইবোৰ অলপ দিনৰ কাৰণেহে—চিৰদিনৰ কাৰণে নহয়। মোৰ দৃষ্টিত যি জীৱন্ত মূৰ্তিক দেখা পাইছোঁ সি চিৰদিন মোৰ আগত একেধৰণে থাকিব, ইয়েই মোক মোৰ ভুলবোৰ শুধৰাই থাকিব, মোক নিৰ্দিষ্ট পথৰ পৰা পিচলি নপৰাকৈ ৰাখিব!

দেহত মোৰ অসীম সাহস আৰু শক্তি আছে; মই হাজাৰ হাজাৰ বছৰ ধৰি মোৰ কথা প্ৰচাৰ কৰি থকিম। আপুনি বোধকৰো জানে যে প্ৰথমতে মই তেওঁলোক যিবোৰ কথাৰ পৰা দুষিত হব পাৰে তেনে কথাবোৰ লুকুৱাব খুজিছিলোঁ; সেয়া এক ভুলৰ কাৰণেই হৈছিল—কেনেবাকৈ সেই ভুলটো হৈ গল। মই বাগৰি শুই থাকোঁতে প্ৰকৃত 'সত্যাই' আহি আচল কথাটো কাণে কাণে কৈ গল। সত্যইহে মোক বচালে, মোক পথ প্ৰদৰ্শন কৰিলে।

কিন্তু কথা হৈছে—যি স্থলত মই আচল শব্দ আৰু ভাষা ব্যৱহাৰ কৰি কথাবোৰ বুজাব নোৱাৰো তেনেস্থলত এইখন পৃথিৱীত এখন স্বৰ্গ কেনেদৰে গঢ়া যাব সেই কথা মই নাজানো। সাৰ পোৱাৰ পিছতে মই শব্দবোৰ পাহৰি গলোঁ—আৱশ্যকীয় শব্দবোৰ পাহৰি গলো—লগা শব্দবোৰ........। ঠিক আছে কথাবোৰ ভালদৰে বৰ্ণনা কৰিব নোৱাৰিলেও মই নিজৰ চকুৰে যিখিনি দেখা পাইছোঁ তাকেই কেনেবাকৈ



বৰ্ণনা কৰিম। অৱশ্যে তাত এনেকুৱা বহুত কথা আছে যিবোৰ সেই বিদ্ৰূপকাৰীসকলে বুজি নাপাব।

সিহঁতে কয়—সেইটো আছিল মাথোন এটি সপোন, এটা প্ৰলাপ, এক মতিভ্ৰম। হেৰি ডাঙৰীয়া, সিহঁতে জানো কিবা বুজি পায়? সপোনৰ অৰ্থ কি সিহঁতে জানো কিবা জানে? আমাৰ জীৱনটোৱেই জানো এটা সপোন নহয়? মই আৰু এখোপ আগুৱাই কওঁ—সেইবোৰ নঘটক, সেয়া সচাঁ নহওক, স্বৰ্গখন কেতিয়াও নাথাকক; মই অন্ততঃ তাকেই বিবেচনা কৰোঁ। যেনেকৈ নহওক যামেই—কথাটো প্ৰচাৰ কৰিমেই। এই গোটেই কথাখিনিৰ মীমাংসা কৰিবলৈ হলে লাগিব মাত্ৰ মোক এটা দিন—মাত্ৰ এটা ঘন্টা; —অতি সহজতে হৈ যাব। এজন মানুহে নিজক যিমানখিনি ভাল পায় তিমানখিনি ভাল পোৱা উচিত আনকো। আচল কথা হব সেইটোহে, অন্য কথা আৰু একো হব নোৱাৰে। তাৰ পিছত কি কৰিব লাগে নিজে নিজেই জানি উঠিব। এইটো একো নতুন কথা নহয়—এইটো এক প্ৰাচীন সত্য। এই সত্যটোৰ কথা বহুবাৰ কোৱা হৈছে, বহু গুণ মহাপদ্ম বছৰ ধৰি মানুহে পঢ়ি আহিছে; কেৱল (মানুহে আতিগুৰি লোৱা নাই বুলিহে!) 'জীৱৰ আত্মজ্ঞান জীৱতকৈ শ্ৰেষ্ঠ, সুখৰ কাৰণৰ জ্ঞান সুখতকৈ শ্ৰেষ্ঠ'—এনেবোৰ কথাৰ বিৰুদ্ধে আমি যুদ্ধ কৰিব লাগিব; ময়ো তাকেই কৰিম। কাৰোবাৰ আৱশ্যক

হ'লে ততালিকে কৰিব পৰা যাব ।



সেই অকণমানি ছোৱালীজনীৰ কাৰণেই মই ঠিক তাইকেই পালোঁ।........মই মোৰ নিজৰ পথেৰে চলি যাম—এবা মই যামেই ।